# এষাৰ কথা

এইটো এটা পৰম সৌভাগ্য বুলি কব লাগিব যে, সেই তৃতীয় দশকত, 'আৱাহনত' প্ৰথমে লিখিবলৈ আৰম্ভ কৰা দিনৰে পৰা আজিলৈকে, সকলোৰে পৰা লিখাৰ কাৰণে একাধাৰে কেৱল অনুৰোধ, উপৰোধ আৰু উদগণিকেই পাই আহিছোঁ। যদিও বহু সময়ত বহুতৰেই বহু অনুৰোধ ৰাখিব পৰা নাই, তথাপি আজিও চিঠিপত্ৰৰ লগত চিনাকি অচিনাকি, নানা জনে, নানা ঠাইৰ পৰা গল্প বিচাৰি লিখা চিঠি একেৰাহে পাই থাকোঁ। ভৈয়ামলৈ মাজে-সময়ে যেতিয়া নামি যাওঁ, পৰিচয়ৰ পিছত, বাটে-পথে এই ধৰণে উপযাচি কোৱা বহু মানুহকে প্ৰায় লগপাওঁ,—"লিখিবলৈ আপুনি আজিকালি পাতলাই দিলে কেলৈ? আকৌ আগৰ দৰে লিখিবলৈ আৰম্ভ কৰক। 'আৱাহনৰ' আপোনাৰ সেই গল্প কেইটি আজিও আমাৰ মনত লাগি আছে।"

কিন্তু লিখা কথাটো নিজৰ অভিজ্ঞতাৰ পৰা পাইছোঁ যে, ই কেৱল লিখকৰ লিখাৰ আগ্ৰহৰ ওপৰতেই নিৰ্ভৰ নকৰে; তাৰ কাৰণে বিশেষকৈ লাগে, উপযুক্ত মানসিক এটি সুস্থিৰ পৰিবেশ আৰু লগতে কিছু আহৰি। কব নোৱাৰোঁ কেলৈ, নিজৰ সম্পূৰ্ণ অনিচ্ছাসত্বেও জীৱনটো লাহে লাহে এনে এটি প্ৰতিকূল পৰিস্থিতিৰ মাজত সোমাই পৰিল যে, এই সুযোগটো বহুতৰেই মোৰ অতিকে নাটনি।

সি যি নওহক, আজি কিছুদিনৰ পৰা মোৰ কেবাজনো গল্প-ৰসিক বন্ধুৱে লাগি আছে যে মোৰ গল্পবোৰৰ আৰু কেইখনমান সংকলন উলিয়াব লাগে। আজি কেইবছৰমান আগেয়ে, "শ্ৰেষ্ঠ গল্প" নামেৰে মোৰ যিখন সংকলন ওলাইছিল তাক বৰ্তমানে পাবলৈ নাইকিয়া হৈছে। তাৰোপৰি সেই সংকলনখনত, নথকা আৰু কেইটামান গল্পৰ পুনঃপ্ৰকাশ মাজে মাজে বহুতে বিচাৰে। পুৰণি 'আৱাহন' আৰু অন্যান্য আলোচনীসমূহ বৰ্তমান পোৱাটো প্ৰায় দুৰূহ হৈছে। তাতে এবাৰ ওলাই যোৱা বা আগতে লিখি থোৱা গল্প এটা নকল কৰি উলিওৱাটো লিখকৰ পক্ষে নিচাকৈ এটা বৰ টান কাম। সেয়েহে এই কামটোলৈ মই সমূলি মন-

কাণ দিব পৰা নাছিলোঁ। কিন্তু মোৰ অনুজ প্ৰতিম বন্ধু, শিলঙৰ শ্ৰীসুনীল বৰুৱা আৰু গুৱাহাটীৰ শ্ৰীপৰীক্ষিত হাজৰিকাই একেবাৰে নাছোৰ বান্দাৰ দৰে লাগিল। তেওঁবিলাক দুয়োৰে কথা হ'ল এই যে আৱাহন যুগৰ পৰা আৰম্ভ কৰি আজিলৈকে আমাৰ অসমীয়া গল্প-সাহিত্যই যিখিনি সুস্পষ্ট অগ্ৰগতি সাধন কৰিলে, তাৰে এটি মূল্যাঙ্কনৰ কাৰণে আমাৰ ন-পুৰণি সকলো চামৰ লিখক সকলৰ লিখাবোৰৰ আৰু বেছি পৰিমাণে চৰ্চা আৰু পৰ্য্যালোচনা লাগে। সেই চৰ্চা আৰু পৰ্য্যালোচনাৰ কাৰণে প্ৰত্যেকজন লিখকৰে লিখাবোৰৰ যত বেছি সম্ভৱ ব্যক্তিগত স্থায়ী সংকলন বৰ্ত্তমান সময়ত অত্যাৱশ্যক হৈ পৰিছে। কিয়নো তেনে সংকলনেহে প্ৰত্যেকজন লিখকৰ স্বকীয়া আঙ্গিক, ৰস পৰিবেশ, ৰচনা শৈলীৰ বৈশিষ্ট্য আদি বিষয়ে সাহিত্যামোদী আৰু আলোচকসকলক প্ৰয়োজনীয় সমল যোগাব পাৰে আৰু লগে লগে হয়তো আমাৰ সাহিত্যৰ ভবিষ্যত উত্তৰাধিকাৰীসকলকো আৱশ্যকীয় প্ৰেৰণা আৰু পথৰ সন্ধান দিব পাৰে।

ইতিমধ্যে এনে এটি ভাৰলৈ, শ্ৰীবৰুৱাই নিজে অশেষ কষ্ট স্বীকাৰ কৰি, পুৰণি 'আৱাহন' আৰু অন্যান্য আলোচনীবোৰ খুঁচৰি খুচৰি, মোৰ প্ৰকাশিত গল্পবোৰৰ কাল-ক্ৰমিক তালিকা এখন প্ৰস্তুত কৰি উলিয়ায়। অকল সেয়ে নহয়, মোৰ হাতত নথকা আনকি কেইটিমান গল্পৰ নকলো যুগুত কৰে। তাৰ লগে লগে বিশেষকৈ শ্ৰীহাজৰিকাৰ সংযোগতে, হাউলীৰ 'লক্ষৰতন ফাৰ্ম্মৰ' স্বত্বাধিকাৰী শ্ৰীযুত যাদৱচন্দ্ৰ দাসেও বৰ্ত্তমান সংকলন খনৰ প্ৰকাশৰ ভাৰ লবলৈ আগবাঢ়ি আহে। সকলো ফালৰ পৰা এই সম্মিলিত আগ্ৰহৰ চানেকি ৰূপেই এই সংকলন খনে ৰাইজৰ আগত দেখা দিছে। ৰাইজৰ পৰাও আশানুৰূপ আগ্ৰহ আৰু চেনেহ দেখা পালে, প্ৰায় সাজু হৈ থকা, লগৰ বাকী সংকলন কেইখনেও হয়তো তেনেকৈ দেখা দিব পাৰে। এই সংকলন খনত মুঠতে ছটি গল্প সন্নিবেশিত কৰা হৈছে। প্ৰথম চাৰিটি গল্প আৱাহনত প্ৰকাশ হৈ যোৱা। তাৰে 'বৰ্ষা যেতিয়া নামে' গল্পটো যি কাৰণেৰে সংকলন খনতো সাধাৰণ কৰা হৈছে, 'শ্ৰেষ্ঠ গল্প' নামৰ মোৰ আগৰ সংকলন খনতো আছিল 'অতুল মায়া' নামৰ গল্পটি প্ৰকাশ হৈছিল, ৰসবৈচিত্ৰ্যাত'। শেহৰ 'মৰাসুঁতি' নামৰ গল্পটি নতুন; ই আগেয়ে কতো প্ৰকাশ হোৱা নাই। গল্প কেইটি কালক্ৰম অনুসৰি সজোৱা হৈছে আৰু প্ৰকাশৰ কাল প্ৰত্যেকটো গল্পৰ তলতে

দিয়া হৈছে। আগেয়ে প্ৰকাশিত গল্পবোৰৰ, ঠায়ে ঠায়ে কৰবাত দুই এটি শব্দৰ সামান্য সাললনি কৰাৰ উপৰি, মূল ভাবৰ কোনো পৰিবৰ্ত্তন কৰা হোৱা নাই।

এই খিনিতে এটা কথা কলে বোধকৰো অপ্ৰাসঙ্গিক নহ'ব যে, তৃতীয় বা চতুৰ্থ দশকত অসমীয়া চুটি গল্পই, বিশেষকৈ আৱাহনৰ যোগেদি, যি নৱ যাত্ৰা আৰম্ভ কৰিছিল, আজি সি সেই প্ৰাৰম্ভিক স্তৰ অতিক্ৰম কৰি, মহৎ সম্ভাৱনাপূৰ্ণ আহলবহল এখন ক্ষেত্ৰৰ অভিমুখে আগবাঢ়ি গৈ আছে। লেয়ে সময়ৰ সোঁতৰ লগে লগে, অভিব্যঞ্জনাৰ ভঙ্গী, লিখাৰ ঠাঁচ, বিষয় বস্তুৰ সমাৱেশ আৰু লগতে পাঠকৰ ৰুচিবো বেছ খিনি সবাকৈ এটি পৰিবৰ্ত্তন হৈছে। পৰিবৰ্ত্তন গতিশীল সাহিত্যৰ এটি আশাপ্ৰদ চানেকি। এই পৰিবৰ্ত্তনৰ কথা ভাবোতে, বিস্মৃতিৰ গৰ্ভত প্ৰায় যাব যোৱা কিছুমান পুৰণি কথালৈ মোৰ স্বাভাৱিকতে আজি মনত পৰিছে। এই সংকলন খনত থকা 'জীৱনৰ এৰাতি' নামৰ মোৰ গল্পটো পোনতে প্ৰকাশ পায় আৱাহনত ইং ১৯৩৬ চনত অৰ্থাৎ আজি পঁচিশ বছৰ আগেয়ে। এই কথাটো হয়তো আজিৰ বহু পাঠকেই নাজানে যে, এই গল্পটো পঢ়ি, সাহিত্যত বাস্তৱবাদৰ নামত একপ্ৰকাৰ নতুন অশ্লীলতা আহি সোমোৱা বুলি, একশ্ৰেণীৰ সমালোচক সকলে সেই সময়ত অতি খৰ্গহস্ত হৈ উঠে আৰু কাকতে-পত্ৰে ভীষণ তোলপাৰ লগাই দিয়ে। সেই হৈ চৈ, কথা কটাকটি, বাক বিতণ্ডা প্ৰায় এবছৰ জুৰি চলে আৰু বহু গণ্য-মান্য লোকে প্ৰকাশ্যে-অপ্ৰকাশ্যে তাত যোগ দিয়ে। অনুসন্ধিৎসু সাহিত্য ৰসিক সকলে বিচাৰিলে আজিও সেই বাদানুবাদবোৰ পুৰণি 'অসমীয়া' 'বাতৰি' 'জয়ন্তী', আদিৰ পাতত পাব পাৰে। এই বিতণ্ডাত যোগ দি, লিখকৰ পক্ষ সমৰ্থন কৰি অসমীয়াত চিঠি এখন লিখা বাবে মোৰ অন্তৰঙ্গ বন্ধু, শিলং হাইস্কুলৰ সেই সময়ৰ শিক্ষক ৺ৰমন শৰ্মাদেৱক বহুতে প্ৰকাশ্যে গৰিহণা দিয়ে। এই গল্পটো লিখাৰ পুৰস্কাৰ স্বৰূপেহে, সেই সময়ৰ মোৰ নিবন্ধুৱা জীৱনৰ দাৰুণ অৰ্থ সংকটৰ মাজত, একমাত্ৰ জীৱিকাৰ সম্বল, অসমীয়া ভদ্ৰলোক এজনৰ ঘৰৰ প্ৰাইভেট টিউচনিটোও হেৰুৱাব লগীয়া হওঁ। লিখানেই নহয়, মোৰ এই গল্পটো পঢ়ি, মোৰ এগৰাকী সম্বন্ধীয় পিতৃব্য ইমানেই ক্ৰুদ্ধ হৈ উঠে যে, তেওঁ প্ৰকাশ্যে আৱাহনখন টুকুৰাটুকুৰকৈ ফালি পেলায় আৰু সকলোকে শুনাই কয় যে, মোৰ স্বৰ্গগত ৺পিতৃ দেৱতাৰ ঘৰত যদি পুত্ৰৰূপে জন্মগ্ৰহণ নকৰাহেঁতেন্

হেনো তেওঁ অকণিকে দুঃখিত নহলহেঁতেন। সেয়েহে আজি পঁচিশ বছৰ পিছত, এই গল্পটোৰ পুনঃ প্ৰকাশ হব খোজা দেখি, মই মনে মনে কিছু আমোদ উপভোগ কৰিছোঁ।

সৰ্বশেষত কওঁ যে, যদিও এটি নতুন যুগৰ সূচনাত লিখিবলৈ লৈছিলোঁ, কোনো উত্তমুৱা ভাবৰ বশৱৰ্তী হৈ নাইবা কোনো সস্তীয়া জন-প্ৰিয়তাৰ মোহত পৰি লিখিবলৈ আৰম্ভ কৰা নাছিলোঁ। কৰিছিলোঁ বোধকৰোঁ অজ্ঞাতসাৰেই এই কাৰণে যে, সাহিত্যৰ প্ৰতি কিজানো শৈশৱৰে পৰা ঐকান্তিক এটি প্ৰাণৰ টান আছিল আৰু নিজৰ জীৱনৰ কথাবোৰ সদায় পদে পদে অনুভৱ কৰাৰ দৰে, আনৰ জীৱনবোৰো এটি গভীৰ সংবেদনশীল মনোভাৱ লৈ, বুজিবলৈ যত্ন কৰি আহিছিলোঁ ; সেই বুজাত বা তাক সাহিত্য সম্মতৰূপে প্ৰকাশ কৰাত কিমান-দূৰ কৃতকাৰ্য্য হৈছোঁ তাৰ বিচাৰ আনৰ ওপৰত।

ইয়াকে কৈ, এই সংকলন খন প্ৰকাশত যিসকলে সহায় কৰিছিল বা উদগনি যোগাইছিল, সকলোৰে প্ৰতি আন্তৰিক ধন্যবাদ জনাই, এই বক্তব্যৰ সামৰণি মাৰিলো আৰু লগতে হাউলিৰ পক্ষৰতন কাৰ্যে এই কিতাপখনৰ প্ৰকাশনৰ ভাৰ লোৱা বাবে, তেওঁ বিলাকলৈ মোৰ অকৃত্ৰিম কৃতজ্ঞতা জ্ঞাপন ৰিলোঁ।

ইতি—

"দেৱ-কুঞ্জ"
ময়দান লাবান, শিলং।
১ নবেম্বৰ, ১৯৬২ চন।

শ্ৰীৰমা দাশ

# জীৱনৰ এৰাতি

একো বিমত হব লগীয়া কথা নহয় জ্যোতি! নাৰী সঁচাকৈয়ে দুবিধ। এবিধ গৃহিণী, আনবিধ হ'ল—প্ৰেমিকা।

প্ৰথম বিধে বিয়া-বাক কৰাই নিজৰ স্বামীকে লৈ, ঘৰ-গৃহবাস কৰি তাতেই পৰিতৃপ্ত হৈ থাকিব পাৰে। কিন্তু আনবিধে নিজৰ অভিৰুচি মতে স্বামী পালেও কেতিয়াও বিভিন্ন ৰুচি বা মনমৰ আস্বাদ নোলোৱাকৈ জীৱনত পৰিতৃপ্তি নাপায়। প্ৰথম বিধৰ প্ৰাণটো স্থিতিমান শিলৰ প্ৰাণৰ দৰেই স্থৱিৰ আৰু স্থিতিময়। সি একে ডোখৰ ঠাইতে থাকি, একেডোখৰ ঠাইৰে বা-বতাহ লৈ, তাকেই আকোৱালি ধৰি, চিৰদিনে একেদৰে সন্তুষ্ট থাকিব পাৰে। কিন্তু ইবিধৰ প্ৰাণটো মুক্তধাৰ নদীৰ প্ৰাণৰ দৰেই গতিময়, ছন্দময়, ৰসময়। তাক কেতিয়াও একেঠাইতে বান্ধি বা আৱদ্ধ কৰি ৰাখিব নোৱাৰি বা ৰাখিলেও সি আত্মতৃপ্তি নাপায়।

তেনেহলে প্ৰশ্ন উঠিব পাৰে নাৰীৰ প্ৰকৃত সত্বাৰ লগত সতীত্ব কথাষাৰৰ সম্বন্ধ ক'ত? তাৰ একমাত্ৰ সহজ উত্তৰ হল এয়ে যে, সতীত্ব বস্তুটো সকলো নাৰীৰে স্বভাৱজ ধৰ্ম নহয়। ই এটা সামাজিক আদৰ্শহে মাথোন। গতিকে আন বহুতো আদৰ্শ স্বভাৱ-ধৰ্মৰ আগত পৰাস্ত হোৱাৰ দৰে, এই সতীত্ব আদৰ্শৰো সময়ে সময়ে ব্যতিক্ৰম ঘটে। যি নাৰী স্বভাৱ-ধৰ্ম মতেই বৈণী, একানুৰক্তিনী, তেওঁ কোনো ব্যতিক্ৰম নোহোৱাকৈ, অতি সহজতে সতী-সাধ্বীৰূপে আজীৱনে তৃপ্তিৰে জীৱন কটাব পাৰে। কিন্তু যি নাৰী স্বভাৱ-ধৰ্ম মতেই অন্তৰেৰে প্ৰেমিকা, তেওঁ হাজাৰ সতীত্বৰ আদৰ্শত উদ্বুদ্ধ হলেও আজীৱনে সেই একে প্ৰেমিকাই হৈ যায়। কিয়নো সংসাৰৰ আন

সকলো সৃষ্ট জীৱৰ দৰেই, পুৰুষ আৰু নাৰীও, সদায় অন্তৰৰ বদ্ধমূল প্ৰবৃত্তিৰ দাস মাথোন।

* * * *

গুৱাহাটীলৈ আহিলেই যে প্ৰদীপৰ ঘৰত উঠিব লাগে, এই কথাটো মোৰ জীৱনৰ এটি প্ৰায় স্বতঃসিদ্ধৰ দৰেই। বোধকৰো আমাৰ দুয়োৰে সম্বন্ধটো সকৰে পৰা একেদৰে চলি অহা কাৰণেই ই শেহত গৈ এনে এৰাব নোৱাৰা হৈ উঠিছে। নাই নাই বুলিও, এৰা-ধৰাকৈ প্ৰদীপৰ লগতেই মোৰ স্কুল-কলেজৰ গোটেই জীৱন-ছোৱাই কাটি গৈছে। কিন্তু তাৰ ভিতৰতে আটাইতকৈ বেছি গভীৰ হৈ উঠিছিল গৈ, সেই ছাত্ৰ জীৱনৰ শেষৰ ফালৰ কলিকতাত থকা সেই দু-টি বছৰ। তাৰ পিছতেই প্ৰদীপে এম-এ আৰু ল শেষ কৰি আহি, গুৱাহাটীত নিজৰ পিতৃ-স্থাপিত ঘৰত ওকালতি আৰম্ভ কৰে। আৰু মরো মোৰ ডাক্তৰীৰ শেষ পৰীক্ষা পাছ কৰি, নগাওঁত প্ৰথম চাকৰিত সোমাওঁ। তাৰ পিছত বোধকৰো মাজতে মাত্ৰ দু-টি বছৰ আমাৰ অলপ এৰা-এৰি হৈ আছিল। কিন্তু তাৰ পিছত আৰু এটি ঘটনাই আকস্মিক ৰকমে আমাৰ দুয়োৰো সম্বন্ধটো একে কৰি গাঁথি থৈ যায়। সিয়ে হ'ল, মোৰ আজন্ম সহচৰ, বাল্যবন্ধু আৰু যৌৱনৰ পৰিচিতা স্নেহৰ লগত প্ৰদীপৰ বিবাহৰ শুভ বন্ধন। যদি প্ৰদীপ নহৈ মই নিজেই সেই বিবাহ বন্ধনত আৱদ্ধ হৈ পৰিলোঁহেঁতেন, তেনেহলে আমাৰ পৰিচিত কোনেও হয়তো তাত অকণো আচৰিত নহলহেঁতেন। কিন্তু পৃথিৱীত ধৰি-থোৱা বহু বিবাহেই কিবা অদৃশ্য কাৰণে শেষত হৈ নুঠাৰ দৰে, শেষ মুহূৰ্তত অপ্ৰত্যাশিত ৰকমে প্ৰদীপে অকস্মাতে আহি এই বিয়াত মোৰ পৰিৱৰ্তে জড়িত হৈ পৰে। আৰু সিও এক প্ৰকাৰ মোৰ নিজৰেই ইচ্ছা আৰু মধ্যস্থতাৰ ফলত বুলি কব পাৰি। গতিকে ইয়াৰ পিছত, গুৱাহাটীলৈ আহি, প্ৰদীপ আৰু স্নেহৰ ঘৰত নুঠি, আৰু অইন কাৰোবাৰ ঘৰত আলহী হোৱাৰ মোৰ

কোনো সম্ভাৱনাই নাছিল। আৰু সেইবাবেই মই এই ঘৰ খনক মোৰ জীৱন যাত্ৰাৰ পথৰ এটি যেন চিৰস্থায়ী "হল্টিং ষ্টেচন" কৰি লৈছিলোঁ। চৰকাৰী, বে-চৰকাৰী, যি কামতেই যেতিয়াই নহওঁক, সদায় মোৰ কাৰণে ইয়াতে আতিথ্য প্ৰস্তুত হৈ থাকে। আৰু অকল সিদিনা মাথোন—আজি এবছৰ আগেয়ে, ধুবুৰীলৈ বদলি হৈ যোৱাৰ সময়ত, লৰাই-ছোৱালী, বন্ধু-বান্ধৱে, মোৰ 'জইনিং টাইমৰ' আটাই কেইটি দিন ইয়াতেই মহা ধুমধামেৰে কটাই গৈছিলোঁ।।

সিবেলি বৰদিনৰ বন্ধত, গুৱাহাটীত, প্ৰভিন্সিয়েল মেডিকেল এছোছিয়েচনৰ সভা। একজন উদ্যোগী সদস্য হিচাবে মোৰ তালৈ নগলেই নচলে। তাতে অসমত ক্ৰমে বাঢ়ি অহা যক্ষা ৰোগৰ সমস্যা সম্পৰ্কে ৰচনা এখন পাঠ কৰাৰ ভাৰ মোৰ ওপৰত পৰিছে। গতিকে সময় থাকোঁতেই, আগধৰি গুৱাহাটীলৈ যাবলৈ প্ৰস্তুত হৈ প্ৰদীপলৈ সাধাৰণ ভাৱে কাৰ্ড এখনত খবৰটো দি পঠিয়ালোঁ।। আৰু বোধকৰোঁ তাৰ পিছৰ ডাকতেই, প্ৰদীপৰ উত্তৰৰ এচুকত, স্নেহৰ হাতৰ আখৰ দুটামানেৰে সৈতে চিঠি এখন আহি পৰিল। স্নেহই লিখি পঠিয়াইছে—"হোটেল নাইবা ডাক্ বাঙলোৰ মতা ৰান্ধনিৰ হাতৰ, সুৰুচিপূৰ্ণ খাদ্য লৈ নেওচা দি, আমাৰ দুখীয়াৰ ঘৰত আকৌ এবেলি উঠিবহি বুলি শুনি, আপোনালৈ ধন্যবাদ আগবঢ়ালোঁ। কিন্তু অহাৰ সময়ত কেতিয়াও অকলে নাহে যেন। বৌদেউক কব যে শাস্ত্ৰত ব্যৱস্থা নাথাকিলেও, সস্ত্ৰীক মিটিঙলৈ অহাত কোনো বাধা নাই। তথাপি যদি কিবা কাৰণে তেখেতৰ 'লিভ্‌ গ্ৰেণ্টেড' নহয়, অন্ত নাইবা তক, যেই সেই একজনক লগত আনিবলৈ নাপাহৰে যেন। ইয়াৰ অন্যথা হলে কিন্তু আপোনাৰ লগত কাজিয়া লগাৰ যথেষ্ট সম্ভাৱনা আছে।

অক্তকটো সক বুলিয়েই মাকে কেতিয়াও এৰি নিদিয়ে। ডকবো অহাৰ ঠিক আগ দিনাখনৰ পৰা ঠাণ্ডা লাগি ইনফ্লুয়েঞ্জাৰ নিচিনা হল। গতিকে মূৰকত মযে ঘৰৰ পৰা অকলে ওলাবলৈ বাধ্য হলোঁ।

ট্ৰেইনৰ পৰা অকলে নামি, মই গুৱাহাটী ষ্টেশ্যনত স্নেহৰ কাৰণে অলপ ভয়ে ভয়ে আহি প্লেটফৰ্মত থিয় দিলোঁ। কিয়নো ষ্টেশ্যনৰ পৰা সদায় হুলস্থুলকৈ আগবঢ়াই নিয়াটোৱেই হল স্নেহৰ এটা অদ্ভুত আনন্দ। কিন্তু ভিৰৰ মাজলৈ নামি আহি, চাৰিও-পিনে বহু পৰে চকু ঘূৰাই চাই, সিদিনা মাথোন প্ৰদীপৰ আগ্ৰহোৎফুল্ল মুখখনিহে অকলে ওচৰ চাপি অহা দেখি, মই সেই নতুন পৰিৱৰ্ত্তনত অলপ যেন অস্বস্তি বোধ কৰি বৈ গলোঁ। মই অহাৰ কথা আগতে জাননী দিয়া স্বত্বেও, স্নেহৰ ষ্টেচনত অনুপস্থিতি, ই যেন মোৰ জীৱনত সম্পূৰ্ণভাৱে এটি নতুন কথা। কিন্তু তথাপিও কথাষাৰ প্ৰদীপৰ সমুখত পোনে পোনে উত্থাপন কৰিব নোৱাৰি, মই নিজে নিজেই এটি সমাধান উলিয়াই লৈ, প্ৰদীপৰ লগত আগ্ৰহহীন ভাৱে একেলগে আহি গাড়ীত উঠিলোঁহি। মনতে ভাবি ঠিক কৰিলোঁ, স্নেহ হবলা এতিয়া আৰু আগৰ সেই স্নেহ হৈ থকা নাই। বয়সৰ লগে লগে এতিয়া ভালেখিনি গম্ভীৰ হৈ গৈছে। হল বুলি আৰু কিমান দিনেই বা তিৰোতাৰ গাত যৌৱনৰ উদ্দাম চঞ্চলতা থাকে? চাওঁতে চাওঁতে এই কেইবছৰৰ ভিতৰতেই স্নেহই ওপৰাওপৰিকৈ তিনিটি সন্তানৰ মাক হৈ পৰিল। ইয়াৰ পিছত আৰু আমাৰ এই দেশৰ সাধাৰণ স্বাস্থ্যৰ তিৰোতাৰ গাত, যৌৱনৰ উন্মাদনা বিচৰাটো অসাৰ্থক কথা।

নানা সাংসাৰিক আৰু সাধাৰণ কথা যতবাৰ পিছত প্ৰায় ঘৰৰ ওচৰ পাওঁ পাওঁ হওঁতেহে, প্ৰদীপে মোৰ মনৰ ভিতৰত ইমানপৰে

ঘুৰি ঘুৰা আচল কথাটোৰ কিছু সঙ্কেত দি সুধিলে,—"তোমাৰ বন্ধুৰ কথা শুনিছানে নাই, কমল ?"

মই বুজিও হঠাতে সুবুজাৰ দৰেই সুধিলোঁ—"কাৰ, স্নেহৰ কথা কৈছা জানো ?"

"এৰা তেওঁৰ নকৈ আৰু কাৰ কীৰ্ত্তিৰ কথা কম? এই বুঢ়া বয়সতো গা উঠিছে আকৌ মেট্ৰিক পৰীক্ষা দি মাষ্টৰণী হোৱাৰ। গতিকে ল'ৰা নাই, ছোৱালী নাই, ঘৰ-সংসাৰ নাই, দিনে ৰাতিয়ে কেৱল প্ৰাইভেট টিউটৰ লৈ, একালৰ পৰা নোট মুখস্থ কৰাত লাগি গৈছে। অকল যে নিজে মোৰ ঘৰত জুই জ্বলাইছে তেনে নহয়, চাওঁতে চাওঁতে ওচৰে পাঁজৰে তেওঁৰ আদৰ্শ ভীষণ সংক্ৰামক আকাৰে বিয়পি পৰিছে। বেচেৰা নবীন মাষ্টৰেই হৈছে আটাইতকৈ বেছি ভুক্তভোগী।" এই আদ-বয়সত, যদি ছ ঘণ্টাকৈ ল'ৰা পচুৱাই আহি, পেটত কলিক- পেইন লৈ, গধূলি গধূলি পাঁচোটাকৈ ল'ৰা ছোৱালী নিচুকাব লাগে আৰু সেই সময়ত তেওঁৰ গৃহিণীয়ে গৈ, প'টিকত বহি, প্ৰাইভেট টিউটৰৰ লগত মহাসুখে বুৰঞ্জীৰ 'স্লেভ- ডাইনেষ্টিৰ' ৰজাবোৰৰ নাম মুখস্থ কৰি থাকে, তেনেহলে কোৱা বাৰু কাৰ ঘৰৰ পৰা ওলাই গৈ বানপ্ৰস্থী হবলৈ মন নাযায় !"

প্ৰদীপৰ কথাৰ শ্লেষখিনি বুজিব পাৰি, মযো অলপ ব্যঙ্গৰ সুৰত কলোঁ,—তেনেহলে তোমাৰো, নবীন মাষ্টৰৰ দৰেই বানপ্ৰস্থী হোৱাৰ অৱস্থা হৈছে নেকি ?

প্ৰদীপে এটা সামান্য বিৰক্তিৰ ভঙ্গী কৰি কলে,—

—এৰা নহবই বা কেনৈ কোৱা ? কিমান বাৰু দিনে দিনে ইমান আবদাৰ সহ্য কৰা যায় ? ধৰি লোৱা, তুমি অহাৰ এই সামান্য কথাটোকে। কিমান দিন আগৰে পৰা জনা কথা যে তুমি আজি আহি পাবা। কিন্তু হঠাতে তেওঁ ৰাতিপুৱা কৈ উঠিল, আজি তেওঁৰ হেনো 'ইম্পৰ্টেণ্ট' কিবা এলজেব্ৰাৰ ফৰমূলা এটাৰ আধা বুজিবলৈ বাকী আছে। গতিকে এৰি কোনো মতেই উঠিব নোৱাৰে।

কিয়নো এই কেইদিন তুমি থকাৰ কাৰণে বোধকৰোঁ প্ৰাইভেট টিউটৰক নাহিবলৈ কব লগীয়া হব পাৰে। সেই কাৰণে আধা বুজা কিবা এটি থাকিলে শেষলৈ সকলো খিনি পাহৰি যোৱাটো স্বাভাৱিক, এয়ে তেওঁৰ যুক্তি। এনে কথা শুনিলে কোন জীৱন্ত মানুহৰ বাক খণ্ড কুণ্ঠাকৈ থাকে কোৱা ?

প্ৰদীপৰ কথাৰ শেষত, হাঁহি এটা মৰাৰ লগে লগেই গাড়ী আহি দুৱাৰ মুখত ৰ'ল। গতিকে দুয়ো দুটা মুখত কৃত্ৰিম হাঁহি লৈ, ঘৰৰ সকলো মিলিত অভ্যৰ্থনাৰ আগত থিয় দিলোঁহি।

প্ৰদীপৰ ঘৰ আহি পালেই, প্ৰদীপৰ বুঢ়া দেউতাকৰ পৰা আৰম্ভ কৰি ল'ৰা-ছোৱালী, ঘৰৰ চাকৰ বাকৰ আনকি খাচীয়ানী আয়ালৈকে সকলোৱে মোক দুৱাৰ মুখলৈ আহি, শোভাযাত্ৰা কৰি সদায় সংবৰ্দ্ধনা জনায়। সিদিনাও সেইদৰে স্নেহৰ বাহিৰে সকলোৱে মোক বাহিৰৰ পৰাই আদৰি নিলেহি। আৰু একেবাৰে ঘৰৰ ভিতৰ সোমাই, ভিতৰ ড্ৰয়িং ৰুমত সোমাই বহিছে মই অলপ স্বস্থিৰ নিশ্বাস পেলালোঁ।

অলপ পৰৰ পিছত, স্নেহই কাষৰ পঢ়া কোঠাৰ ভিতৰৰ পৰা, পৰ্দাখন দাঙি ওলাই আহি, মুৰৰ ওৰণীখন অলপ টানিলৈ, হাঁহি এটা মাৰি সন্মুখত থিয় দিলেহি আৰু দিয়েই অভিযোগৰ সুৰত আৰম্ভ কৰিলে,—

—'মই আগেয়ে জানো, আপুনিযে অকলে আহি ওলাব বুলি। ল'ৰাভিবোতালে অলপ উপভোগৰ কাৰণে এঠাইলৈ বুকিবলৈ যোৱাটো আপোনালোকৰ কোনো মতা মানুহৰে ভাগ্যত লিখা নাই।'

মই নিৰৰ্থকভাৱে এনেয়ে হাঁহি প্ৰশ্ন কৰিলোঁ—

'কেলেই স্নেহ ?'

—'কেলেই আকৌ কি ? ই আপোনালোকৰ 'ইনূবৰ্ণ' এটা 'প্ৰিমিটিভ্‌ ইন্‌ষ্টিংক্ট।' মিছা প্ৰভুত্বৰ ভাৱ লৈ আপোনালোকে সদায় ভাবে যে ল'ৰা ছোৱালীবোৰ এটা অযথা গলগ্ৰহ, মিছা জঞ্জাল, সঁচাকৈ 'লিভিং লাগেজ'। অথচ……

স্নেহক আক বেছি তৰ্কৰ উচ্ছ্বাসটো ওপৰলৈ তুলিবলৈ নিদি, মই থুপতে মুখ বন্ধ কৰাৰ উদ্দেশ্যে অলপ বগৰৱ ভংগীৰে কলোঁ,—

—'স্নেহ ! দেখিছোঁ তোমাৰ সেই আগৰ তৰ্কৰ উচ্ছ্বাস আৰু স্পষ্টবাদিতা খিনি এতিয়াও যোৱা নাই। আজি বাতিপুৱা ষ্টেচনত তোমাক নেদেখি ভাবিছিলোঁ, বোধকৰোঁ তুমি এতিয়া লাহে লাহে অলপ গৃহিণীৰ দৰে হবলৈ আৰম্ভ কৰিছা। কিজানি কথাত আৰু চাল-চলনত তোমাৰ বয়সৰ লগে লগে অলপ স্থিৰতা আহি পৰিছে। তাতে যেতিয়া আকৌ শুনিলোঁ তুমি মেট্ৰিক পৰীক্ষাৰ কাৰণে উঠি-পৰি লাগিছা বুলি, ভাবিছিলোঁ তোমাক একেবাৰে এজনী শুকান, নীৰস, বিত-চকু লগোৱা মাষ্টৰনীৰ বেশত দেখিবলৈ পাম বুলি। কিন্তু এতিয়া সমুখত থিয়হৈ দেখিছোঁ তোমাৰ গাত সেই যৌৱনৰ উদ্দাম চঞ্চলতা খিনি এতিয়াও সম্পূৰ্ণ সজীৱ হৈয়ে আছে। বয়সৰ বা প্ৰৌঢ়ত্বৰ জড়তাই তোমাক এতিয়াও স্পৰ্শ কৰিব পৰা নাই।'

স্নেহই ইফালে সিফালে চাই, সমুখত কাকো নেদেখি, মোৰ চেয়াৰৰ কাষলৈ আহি, কান্ধত এখনি হাতেৰে মৃদু হেঁচা দি কলে,

—'আৰু সেইখিনিকে অলপ জীয়াই ৰাখিবলৈ কমলদা মই আজীৱনে কম আপ্ৰাণ চেষ্টা কৰি অহা নাই ! আপুনি মোৰ অন্তৰৰ সত্তাটি সকলে পৰা জানে কাৰণেই আপোনাৰ আগত খুলি কব পাৰোঁ

যে, ইমান কম বয়সতে ইমান ডাঙৰ এখন সংসাৰত আৱদ্ধ হৈ, এটি এটিকৈ তিনিটি সন্তানৰ মাক হৈ, মই উশাহ-নিশাহ নোপোৱাৰ দৰে এদিন ভাবিছিলোঁ, মই জানিবা সংসাৰৰ হেঁচাত একেবাৰে মৰি গৈছোঁ, জীৱনৰ নানা জঞ্জালৰ মাজত একেবাৰে নিশ্চিহ্ন হৈ গৈছোঁ। কিন্তু আপুনিতো জানেই, ইমান সোনকালে জীৱনত তৃপ্ত হোৱা মোৰ অন্তৰৰ প্ৰকৃতি নহয়, ইমান সোনকালে যৌৱন হেৰুৱাই মৃত্যু বৰণ কৰাটোও মোৰ কাম্য নহয়। জীৱনত পাবলৈ, চাবলৈ, উপভোগ কৰিবলৈ এতিয়াও মোৰ বহু অভিলাষ বৈ গৈছে। মোৰ অন্তৰৰ বাসনাৰ ধাৰ এতিয়াও নিস্তেজ আৰু শ্ৰান্ত হৈ পৰা নাই।'

স্নেহই সোমাই আহি কথা পাতিবলৈ আৰম্ভ কৰাৰ বহু আগেয়ে, আমাৰ কোঁঠালিৰ পৰা সকলোৰে ঠায়ে ঠায়ে আঁতৰি গৈছিল। ঘৰৰ ল'ৰা-ছোৱালী তিনিটিয়ে মই আনি দিয়া কিবা-কিবি উপহাৰৰ টোপোলাবোৰ লৈ বাৰাণ্ডাৰ ভিতৰ ফালে কোঢ়াল জুৰি দিছিল। প্ৰদীপে নিজে গৈ উকিলখানাত সোমাই, মক্কেলৰ আগত চিয়ঁৰি চিয়ঁৰি কিবা বক্তৃতা দিবলৈ আৰম্ভ কৰিছিল। গতিকে বেগতে আহি কোনোৱে বাধা দিয়াৰ কোনো সম্ভাৱনা নেদেখি, স্নেহই মোৰ ওচৰ চাপি আহি, মই বহি থকা চকীখনৰ পাছ ফালে, গাতে গা লগাই থিয় দি, বেলৰ ধূলি-মাকটিৰে মোৰ কক্ষ হৈ থকা চুলি কিডালৰ ওপৰত হাতখন ঘূৰাই দি, অলপ যেন রুদ্ধ আৱেগত কলে,

—'কমল দা! গোটেই জীৱনতে মই, এই একে প্ৰাণৰ দুৰ্বলতা অনুভৱ কৰি আহিছোঁ। সমুখত, কামনাৰ সম্ভোগৰ আশাৰ আগত, মই সদায় আত্মবিস্মৃত হৈ, বিহ্বল হৈ পৰোঁ। মোৰ সেই প্ৰাণৰ অবুজ উথল-মাথলক সংসাৰৰ কোনো নীতি বা সমাজৰ শাসনে বান্ধি ৰাখিব নোৱাৰে। ধৰ্ম, বিবেক, শিক্ষা মই সকলোকে বুজোঁ, কিন্তু

তাতোকৈ বুজো মোৰ অন্তৰৰ ভিতৰত থকা, চিৰ ক্ষুধাতুৰ চিৰ অনতৃপ্ত সেই প্ৰবৃত্তিটোক।

স্পষ্ট আৱেগৰ সঙ্কেতত, স্নেহই ছুয়োখন হাত মোৰ চুলিৰ ওপৰৰ পৰা নমাই নি, কান্ধৰ ওপৰত থৈ, নিবিড়ভাৱে পাছপিনৰ পৰা মোৰ চকীৰ পাছত ভৰদি, তপত নিশ্বাস মুখত পেলাই জড়িত কণ্ঠেৰে কলে,

—'কমল দা ! ভাবি চাওক, ইমান দিনৰ মূৰত, কিমান ব্যৱধান মাজতলৈ, আমাৰ দুয়োৰে জীৱন কেনে বিভিন্ন হৈ পৰিছে ! কিন্তু এই দৰে আপোনাৰ দেহৰ সান্নিধ্যত থিয়হৈ, মোৰ মনত আজি কেনেকুৱা লাগিছে কব পাৰে ? মই ভাবিছোঁ, আপুনি যেন আজিও সেই যৌৱনৰ অবিৱাহিত কমল দা-ই আছে আৰু মরো যেন সেই তাহানিৰ আকুলন কামনাৰ কুমাৰীটি হৈয়ে আছোঁ।'

এটা মুহূৰ্তৰ স্পষ্ট নিস্তব্ধতাৰ পিছত প্ৰদীপৰ হেণ্ডেলৰ পৰিচিত শব্দ, বাৰাণ্ডাৰ খটখটীৰ ওপৰত শুনা গল। স্নেহই আঁতৰি আহি, অলপ দূৰত থিয় হৈ, অইন কিবাকিবি প্ৰশ্নৰ সূত্ৰপাত কৰিলে আৰু প্ৰদীপে ঘৰত সোমায়ে আমাক দুয়োকো সেইদৰে নিৰস বাক্যালাপত ব্যস্ত থকা যেন দেখি, স্নেহলৈ চাই, বেছ ৰগৰৰ তাচ্ছিল্যত কলে,

—'শুকান মুখৰ মহলা মাৰিয়েই এইদৰে আলহীক সন্তুষ্ট কৰিম বুলি ভাবিছা নেকি, স্নেহ ? ইমান পৰেও দেখিছো বেচাৰা আলহীৰ আগত শুদা চাহৰ কাপ এটিও আহি দেখা দিয়া নাই। এয়েই যদি তোমাৰ আতিথ্যৰ নমুনা হয়, তেনেহলে আলহীৰ স্বাৰ্থলৈ চাই কব লাগিব, তেওঁ ইয়ানতে দিনে-পোহৰে অইন বাট ধৰা উচিত।'

প্ৰদীপৰ বগৰত মই বৰ উল্লাসিত হোৱাৰ দৰে, প্ৰাণ খুলি হাঁহিবলৈ চেষ্টা কৰিলোঁ। আৰু স্নেহয়ো সেই ছেগতে, এটি কৃত্ৰিম হাঁহি মাৰি, কিছু যেন ব্যস্ততা দেখুৱাই, মোক হাত মুখ ধুবলৈ কৈ, বাথ ৰুমৰ পিনে আগবঢ়াই লৈ গ'ল।

অত্যন্ত আনন্দ আৰু হাঁহি উচ্ছ্বাসৰ মাজেৰে আমাৰ দুপৰীয়াৰ ভোজন শেষ হৈ গল। কিছু জিৰাই-শঁতাই কাপোৰ কানি পিন্ধি, মই মিটিঙলৈ যাবলৈ প্ৰস্তুতহৈ ওলালোঁ আৰু প্ৰদীপেও মোৰ লগে লগে নিজৰ সাজ পাৰ শেষ কৰি, একেলগে বাটলৈ ওলাই আহিছে, পঁদুলি মুৰত মোৰ আগত কলে,

—'কমল! তুমি বেয়া পাবা বুলিয়েই কথা এটি তোমাৰ আগত ইমানপৰে কোৱা নাছিলোঁ। তোমাৰ নিচিনা কাইলৈ মোৰো শোৱাল-কুছিত, 'উইভাৰ্ছ এছোছিয়েশ্যনৰ' মিটিং এখন আছে। তালৈ সভাপতি হিছাবে মই নগলেই নহয়। গতিকে আজি দুপৰীয়াই, তোমাৰ লগত এই শেষ দেখা কৰি মই তালৈ ৰাওণা হলোঁ। আৰু বোধকৰো পৰহিলৈ দুপৰীয়াৰ আগতে উভতি অহাটো সম্ভৱপৰ নহব। সেয়ে মোৰ অনুপস্থিতিত তোমাৰ আতিথ্যৰ 'চাৰ্জ' সকলো স্নেহৰ ওপৰতেই থাকিল। আশাকৰো স্নেহই তোমাক তেওঁৰ চিৰ-অভ্যস্ত স্নেহৰ পৰা অকণিও বঞ্চিত নকৰিব।'

কথাষাৰ কিছু পাতল কৰাৰ উদ্দেশ্যে, মই হাঁহি প্ৰদীপক খোঁচা এটি দি কলোঁ,

—'মিটিঙৰ নাম কৰি শোৱালকুছিলৈ যিহেতু মকেল গোটাবলৈ যাবলৈ ওলাইছা, ইচ্ছা থাকিলেও তোমাক আৰু বাধা নিদিওঁ বুলি ভাবিছো। কিন্তু হাঁহি উঠিছে তোমাৰ এছোছিয়েশ্যনৰ নামটো শুনিহে। বাস্তৱিকে তোমালোক উকীলবোৰে পাৰে পাৰে এই ধৰণৰ

আৰু কিমান অদ্ভুত অদ্ভুত এছোছিয়েশ্চন সৃষ্টি কৰিবা? উইভাহ এছোছিয়েশ্যন, হালুৱৈ এছোছিয়েশ্চন, কানীয়াৰ এছোছিয়েশ্চন, ভগুৱাৰ এছোছিয়েশ্চন আৰু কত কি? এদিন হয়তো দেখিম যে প্ৰত্যেকজন উকীলৰ পিছে পিছে একোটাকৈ এছোছিয়েশ্চন হৈ পৰিছে। সমাজনীতি আৰু ৰাজনীতিৰ ফন্দি কৰি, গাৱেঁ গাৱেঁ সোমাই, মক্কেল গোটাই, নিজৰ ব্যৱসায়ৰ প্ৰসাৰ বৃদ্ধি কৰা, এয়েইতো হ'ল তোমালোকৰ এছোছিয়েশ্চনবোৰৰ উদ্দেশ্য?'

প্ৰদীপে স্বীকাৰ কৰি, হাঁহি, অতি সৰলভাৱে কলে,

—'কি কৰিম কোৱা, তাকেই তো আজি কালি জগতত সকলোৱে কৰিছে। তোমালোকৰ দৰেতো আমাৰ আৰু ধৰাবন্ধা বেমাৰ আৰু ইঞ্জিওৰেন্স কেছ নাই যে মানুহ সদায় বেমাৰত পৰিবই আৰু ইঞ্জিওৰেন্স এজেন্টে সদায় কেছ লৈ আহিবই। এইবোৰ ফাঁকি ফুকা দিয়েই তো চলিব লাগিব। নিজৰ স্বাৰ্থক দহ জনৰ স্বাৰ্থ বুলি দেখুৱাব পৰাটোৱেই হৈছে আজিকালিৰ জগতৰ ভাওৰ 'পলিটিক্স'। তাকে যিয়ে ধৰা নপৰাকৈ কৰিব পাৰিছে, সিয়ে আজি ভাওৰ মানুহ বোলাই খাইছে।'

সাধাৰণ কথাৰ শেষত, প্ৰদীপে মোৰ পৰা বিদায় লৈ, নিজৰ কৰ্তব্যৰ কাৰণে, আন বাট ললে। আৰু মযো মিটিঙলৈ বুলি মোৰ নিজৰ পথত আগবাঢ়িবলৈ আৰম্ভ কৰিলোঁ।

* * * *

মিটিঙৰ শেষত, বেতিয়া আকৌ উভতি আহি প্ৰদীপৰ ঘৰৰ আগ পালোঁ, তেতিয়া ঘড়ীত ৰাতি ন-টা বাজি গৈছে। বহুদিনৰ মূৰত চিনাকি ঠাই এখনলৈ উভতি আহিলে যি হয়, মোৰো সিদিনা পধূলি ঠিক সেয়েই হৈছিল। এঘৰত চাহ, সিঘৰত জলপান, এঠাইত তলা কথাৰ আড্ডা, আন এঠাইত ব্ৰিজৰ এখেল, এইসবে আহি আহি,

যেতিয়া ঘৰ পালোঁ, তেতিয়া আৰু কাণিৰ বাত্তিৰ পক্ষে সঁচাকৈয়ে যথেষ্ট পলম হৈ গৈছে। ওচৰে-পাজৰে সকলো ঘৰতে মানুহে নিহ্‌পালী দি শুলে। গতিকে ভিতৰি-ভিতৰি, অলপ দোষীৰ দৰে চুচুক-চামাককৈ, যেতিয়া আহি মই প্ৰদীপৰ ঘৰৰ নঙলাৰ ভিতৰ সোমালোঁ দেখিলোঁ তেতিয়া প্ৰদীপৰ ঘৰতো সেই একেই অৱস্থা।

ঘৰৰ ভিতৰত কাৰো কতো হাই-উকমি অকণো নাই। ল'ৰা ছোৱালীবোৰো বোধকৰোঁ নিস্তব্ধ হৈ শুইছে। আৰু ঘৰৰ বিজুলী চাকিবোৰো প্ৰায় সকলো কোঠাতে নুমাই থোৱা হৈছে।

গতিকে বৰ বেছি সাৰ-সুৰ নকৰি, আনকি বাটৰ চাকিবোৰো ক'তো এটাও জ্বলোৱাৰ চেষ্টা নকৰি, মই একেবাৰে ভিতৰ সোমাই, মোৰ কাৰণে সজাই থোৱা সেই আন্ধাৰ শোৱা-কুঠৰীটোৰ মাজ পালোঁগৈ। আৰু আন্ধাৰতে গাৰ কানি-কাপোৰবোৰ সলোৱাৰ আয়োজন কৰি, অলপ উমানলৈ দেখিলোঁ যে মোৰ বিছনাৰ ওপৰতে, বাগৰনেৰে গাটো ঢাকিলৈ, কোনোবা এটি যেন অতি নিৰ্বিঘ্নে আৰামেৰে শুই আছে।

বাগৰ দাঁতিয়েদি সামান্য ওলাই থকা মুখখন, আন্ধাৰত ভালকৈ পৰীক্ষা কৰিবলৈ চাপৰি যাওঁতেই, স্নেহই টোপনিৰ জড়তা ভাঙি, দীঘল এঙামুৰি এটা দি কৈ উঠিল,

—'উঃ! আপুনি কি পাকৈত চোৰৰ দৰে এনে সাৰ-সুৰ নোহোৱাকৈ ঘৰত সোমাব পাৰে?'

মই হাঁহি, বিছনাৰ কাষলৈ আহি, শুই থকা স্নেহৰ মুখখনিলৈ চাই কলোঁ,

—'জীৱনত এইদৰে বহু অভিনয় কৰিছো স্নেহ! লাহে-ধীৰে চোৰাংকৈ ঘৰত সোমোৱাটো মোৰ এতিয়া এটা অভ্যাসত পৰিণত হৈছেগৈ।'

স্নেহই দীঘলকৈ এঙামুৰি এটা দি বাগৰ কাষে মুখে ভালকৈ ঢাকিলৈ গভীৰ আলাসৰ সুৰত সুধিলে,

—'ৰাতি কিমান হ'ল, কমল দা !'

মই ঘড়ী নোচোৱাকৈয়ে এনেয়ে কলোঁ,

—'প্ৰায় দহোটাৰ ওচৰা-ওচৰি ।'

বহুতপৰ বাগৰ তলত স্নেহক নিবৰে থকা দেখি, মই নিজেই সুধিলোঁ,

—'তেনেহলে প্ৰদীপ গ'লগৈ, নহয় স্নেহ ?'

বাগৰ তলৰ পৰাই স্নেহই উত্তৰ দিলে,

—'এৰা গ'ল ।'

—'কেতিয়া ঘূৰাৰ কথা ?'

—'পৰহিলৈ দুপৰীয়া বোধকৰোঁ ।'

'আৰু নীৰু, তুলু, বুলু সিহঁত শুলে হবলা ?'

—'আয়াই সিহঁতক কেতিয়াবাই শুৱাই থলে ।'

—'আৰু তেখেত ?

—'কোন, দেউতা ? তেখেত সদায় সাঁজ লাগোতেই শোৱে ।

—'তেনেহলে তোমাকেই অকল আজি ৰাতি মই অলপ কষ্ট দিলোঁ । বাগৰ তলতে এবেলি বাগৰ সলাই লৈ, স্নেহই কলে,

—'কষ্ট কিটো ? মোৰ ভাগৰখিনি মই কেতিয়াবাই থাই-বৈ আজৰি হৈ আছোঁ । আপোনাৰ ভাত সৌ টেবিলৰ ওপৰতে, ইয়াতে সজাই থোৱা আছে । যদি চেঁচা হোৱা নাই, ইচ্ছা থাকিলে আপুনি খাব পাৰে, মই কিন্তু এই ৰাৱত আৰু উঠি যাব নোৱাৰোঁ ।'

মই হাঁহি, বহু ৰাতি হবলৈ উতফি আহা লোৰী সূদীয়া দ'বাৰ দবেই, মোৰ সাজপাৰবোৰ সোলোৱাই লৈ, নিজে নিজেই আহি,

টেবিলৰ ওচৰত বহিলোঁ। আৰু ঢাকি থোৱা, আধা-চেঁচা, খোৱাবস্তবোৰ নিজ হাতেৰে টেবিলত সজাই লৈ, নীৰৱে মন-পুতি অকলে অকলে খাবলৈ লাগি গলোঁ।

বহুপৰ কোনো কথা নোকোৱাকৈ, নীৰৱে খোৱা শেষ কৰি, মুখত ছিগাৰেট এটি জ্বলাই লৈ, মই লাহেকৈ বিছনাৰ কাণত বহি, স্নেহৰ গাত হাত এখন থৈ মাতিলোঁ,

—'স্নেহ !'

স্নেহই সাৰে থকাৰ কোনো ইঙ্গিতকে নেদেখুৱালে।

আপোনমনে ছিগাৰেটটো হুপি শেষ কৰি, লাহে লাহে স্নেহৰ কাষতে বিছনাত শুই পৰি, মই আকৌ এবেলি ৰাগৰ তলেদি, স্নেহৰ গাত ধৰি মাতিলোঁ,

—'স্নেহ !'

স্নেহই আৱেশৰ এটা দীঘল এঙামুৰি দি সুধিলে,

—'কমলদা ! আপুনি শুলে ?'

ৰাগখনৰ বাহিৰত পৰি থকা আঁচলটোৰ এটি চুক জাৰতে গাৰ ওপৰত তুলিলৈ তন্দ্ৰাৰ সুৰত কলোঁ,

—'বহু ৰাতি হ'ল স্নেহ ! তুমিও নোশোৱাগৈ জানো ?'

স্নেহই হুঁহা যেন কৰি, ৰাগৰ তলৰ পৰা মুখখন উলিয়াই মোৰ কপালৰ আগৰ চুলি কিডালত অলপ আঙুলি ফুৰাই লৈ কলে,

—'কেলৈ মই শুই এতিয়া কৰৰাত লবি ফুৰিছোনেকি কমলদা' ?

এটা নিস্তব্ধতাত, মই কিছুপৰৰ কাৰণে অলপ টলকা মাৰিলোঁ। স্নেহই ইবেলি হাতখন দীঘলকৈ উলিয়াই, মোৰ বুকুৰ ওপৰত থৈ, বৰ আদৰেৰে সুধিলে,

—'কমলদা! আপোনাৰ জীৱনৰ দিনবোৰ কেনে গৈছে?' অলপ আবেগত মই কিছু করুণভাৱে কলোঁ,

—'পৰৱিহ বছৰৰ পিছত, বিবাহিত মতামানুহৰ আৰু কোনো জীৱনেই নাথাকে স্নেহ। তেতিয়া সি কেবল, এটা গতানুগতিক প্ৰাণহীন অৱস্থাৰ যন্ত্ৰ হৈ পৰে মাথোন। তাৰ জীৱন শেষ হয়, সেই যৌৱনৰ উচ্ছল দিন কেইটি শেষ হোৱাৰ লগতেই'।'

স্নেহই সেই একেটি আবেগৰ করুণ সুৰতে কলে,

—'বোধকৰোঁ সেই কাৰণেই আপোনালোকে ইমান শান্তিৰে তাৰ পিছত, জীৱনৰ নানা কামত নিজকে বিলাই দিব পাৰে। আমাৰ যৌৱন কিন্তু মৰিও সিৰাই সিৰাই আজীৱনলৈ অন্তৰত দেই পুৰি থাকে। ঘৰৰ ভিতৰত সোমাই থাকি, আমি যৌৱনকো আমাৰ মনৰ ভিতৰত পুহি ৰাখোঁ।'

আৰু এটি নীৰৱতাত মই কিছুপৰ টলকা মাৰিলোঁ।

স্নেহই প্ৰায় সক ছোৱালী এজনীৰ দৰেই, মোৰ বুকুৰ ওচৰত মুখখন থৈ সুধিলে,

—'কমলদা! বৌদেউক সঁচাকৈ সুখী বুলি ভাবেনে?

মই সাধাৰণভাৱে চমুকৈ কলোঁ,

—'অন্তৰৰ কথা কাৰোতো কব নোৱাৰি স্নেহ! দেখাততো প্ৰায়ে সুখী যেনেই দেখি।'

স্নেহই অলপপৰ বৈ, মোৰ কথাষাৰৰ প্ৰতিবাদ কৰি কলে,

—'নহয় কমলদা! দেখাত নহয়, বৌদেউৰ নিচিনা প্ৰকৃতিৰ মানুহে সদায় অন্তৰতো সুখী হৈ থাকিব পাৰে। মই তেওঁলোকৰ স্বভাৱ ভালকৈ বুজি পাওঁ। তেওঁলোকে জানে কেবল স্বামী, ঘৰ, ল'ৰা-ছোৱালী আৰু সংসাৰ। এড়ি পলুটোৰ দৰে তেওঁ-

লোকৰ প্ৰাণৰ গতিটো সদায় অন্তৰ্মুখী। নিজৰ মুখে-কটা নিজৰ স্নেহৰ জৰীৰে তেওঁলোকে জাল বৈ বৈ নিজকে আবদ্ধ কৰি লৈ সংসাৰত নিঃশেষ হৈ যাব পাৰে আৰু তাতেই জীৱনৰ চৰম পৰিতৃপ্তি পায়। কিন্তু মোৰ দৰে তিৰোতাৰ প্ৰাণটো, পৰ্বতৰ ওপৰৰ পৰা বাগৰি অহা জুৰিটিৰ প্ৰাণৰ গতিৰ দৰেই সদায় বহিৰ্মুখী। ই প্ৰতিটো খোজতে, প্ৰতিটো সুযোগতে সদায় নিত্য নতুন ফেনিল ছন্দ তুলি, জীৱনত কেৱল বাগৰি যাব খোজে। সংসাৰৰ কোনো ৰূপ স্থিতিস্থাপকতাৰ মাজত আমি কেতিয়াও সুখ নাপাওঁ।'

কথাৰ শেষত, স্নেহৰ নিবিড় বাহুৰ ভৰ, মোৰ গোটেই দেহৰ ওপৰতে আহি বাগৰি পৰিল। মই এটা পৰম অস্বস্তিৰ উত্তাপত, ৰাগখন ঠেলি থৈ, স্নেহৰ গাৰ কাষৰ পৰা হঠাতে অলপ হুহঁকি আঁতৰি আহিলোঁ। মোৰ গাত ৰাগখন আকৌ তুলি দিয়াৰ বৃথা চেষ্টাত, ৰাগখন স্নেহৰ গাৰ ওপৰৰ পৰাও পিছলি আহি, দুয়োৰে ঠিক মাজ ঠাইতে বাগৰি পৰিল।

পুহমহীয়া জাৰত, মুকলি হৈ, দুয়োৰো নিশ্চেষ্ট শৰীৰ দুটা নিঃশব্দে ৰাগখনৰ দুয়ো কাষে পৰি ৰ'ল।

তেনেকৈয়ে বহুপৰ দুয়ো নিশ্চলভাৱে পৰি থাকি, মই এবেলি স্নেহৰ গাৰ ওপৰত হাতখন থৈ আকৌ মাতিলোঁ,

—'স্নেহ !

স্নেহই মোৰ হাতখন কাপোৰৰ জাপৰ মাজত সামৰি সুমুৱাই লৈ, তাৰ ওপৰতে মুখখন থৈ, প্ৰাণৰ ৰুদ্ধ আৱেগ যেন মুক্ত কৰি, হুকহুকাই কান্দি কলে,

'—আপুনি কি কব খুজিছে, মই সুবুজা নহয়, কমলদা! মই জানোঁ, মই আপোনাৰ পৰম বন্ধু এজনৰ এতিয়া ধৰ্মপত্নী আৰু তেঁৱেই আজি পৰম বিশ্বাসত এইদৰে মোক আপোনাৰ লগত অকলে, একে ঘৰতে এৰি থৈ গৈছে। কিন্তু মই যে মোৰ প্ৰাণৰ আৱেগ জীৱনত কোনো দিনেই বান্ধি ৰাখিব পৰা নাই, কমলদা! মোৰ শৰীৰৰ কামনাৰ স্নায়ুমণ্ডলীবোৰ সদায়ে এনে দুৰ্বল। তাৰেই তাড়নাত, জীৱনত আজিলৈকে মোৰ কিমান অপবাদ ওলাই গৈছে! মই তথাপিওতো নিজকে এতিয়ালৈকে এদিনো চম্ভালি ৰাখিবপৰা নাই! আপোনাক হেৰুৱাই, চন্দ্ৰদাক মই পাবটি লৈছিলোঁ আৰু চন্দ্ৰদাকো নাপাই, নিজ ইচ্ছা মতেই এদিন আপোনাৰ বন্ধুক বিয়া কৰাইছিলোঁ। কিন্তু তাতেওতো জীৱনত মই অকনিকো তৃপ্তি নাপালোঁ। ইয়ালৈ আহি যাৰে তাৰে লগত অবাধে ঘূৰি ফুৰা দেখি, মানুহে মোৰ কিমান কুৎসা ৰটিছিল! অবিবাহিত ডি-এচ-পি মিষ্টাৰ হকৰ লগত মটৰত অকলে উঠি ফুৰা দেখি, সমাজৰ পৰা মোক সকলোৱে আনকি এলাগী কৰি থবলৈকো কাৰবাৰ কৰিছিল আৰু আজিও ডেকা ধুনীয়া প্ৰাইভেট টিউটৰ ঘৰত ৰাখি, পঢ়িবলৈ আৰম্ভ কৰা দেখি, কতজনে কত ৰহস্য উলিয়াব লাগিছে! কিন্তু মইতো জানো এই কথাবোৰ ভেনেই একেবাৰে মিছা নহয়। এইবোৰ ঘটনাইতো মোৰ জীৱনৰ আচল অপ্ৰকাশিত অন্তৰৰ বুৰঞ্জী খনৰ চিনাকি দিব লাগিছে। কামনাৰ প্ৰলোভনৰ আগত মই এইদৰেই চিৰদিনে পৰাজিত হৈ আহিছোঁ। কামনাৰ অনলৰ উত্তাপত, সদায় এইদৰে পাতল এডোখৰ তুলাৰ দৰে মই উৰিবলৈ বিচাৰোঁ আৰু সেই তুলাৰ দৰেই নিমিষতে জ্বলি উঠি নিঃশেষ হব খোজোঁ।'

প্ৰকাশ কৰিব নোৱাৰা অন্তৰৰ ব্যথাত যেন স্নেহই মোৰ হাত খনত আৰু বেছি ভৰ দি, বুকুৰ মাজলৈ সুমুৱাই নি, অনৰ্গল চকুৰ উত্তপ্ত ধাৰেৰে, তাক একেবাৰে ওপচাই দিলে। আৰু মই কেৱল এটা বিহ্বল জড়, নিশ্চেষ্ট প্ৰাণীৰ দৰে পৰি থৈ, মোৰ সেই হাতৰ

ওপৰত, স্নেহৰ আলোড়িত অন্তৰৰ ধুমুহাৰ প্ৰতিধ্বনিবোৰ যেন এপিনৰ পৰা কাণপাতি শুনি গলোঁ।

* * *

এটি অভূতপূৰ্ব শৰীৰৰ উত্তাপে, সেই শীতৰ নিশাৰ চেঁচা বতাহখিনিকো যেন অসম্ভৱ ৰকমে উত্তাপিত কৰি তুলিলে।

আৰু' দুয়োৰো উত্তপ্ত দেহৰ ব্যৱধানৰ মাজত অকল সেই ৰাগখনেই যেন নিৰ্জীৱভাৱে বিহ্বল হৈ পৰি ৰ'ল।

---

[ শাওণ ১৮৫৮ শক ]

# যৌৱনৰ বিদ্ৰোহ

মোৰ নহয়। কুমাৰী অপৰা চলিহাৰ ।

প্ৰথম……

মই তেতিয়া নতুন কলেজৰ ছাত্ৰ। চকুত সপোনৰ ৰঙীন অঞ্জন। মনৰ গতি সোণৰ-পাখী লগা। বাটত যাওঁতে যাকে দেখোঁ, তাকেই সুন্দৰী যেন লাগে। যেয়ে চকুলৈ চায়, তাৰে মৰমতে উৰলি যাওঁ।

প্ৰথম বিভাগত কোনো ৰকমে মেট্ৰিকটো সৰকি উঠিয়েই উকীল পিতা আৰু চেনেহী আইৰ পৰা ছুটামান সৰহকৈ টকা গোটাই কলিকতালৈ ছুটি মেলিলোঁ—স্কটিছত পঢ়োঁ বুলি।—"কো-এডুকেশ্যনৰ" মায়াৰ আকৰ্ষণ।

অক্ৰুৰে কলিকতাৰ যাদৱপুৰত ইঞ্জিনিয়াৰিং পঢ়ে। পঢ়ে নে নপঢ়ে কব নোৱাৰোঁ। অন্ততঃ পঢ়ে বুলি ঘৰৰপৰা টকা নিয়ে।

কলিত ভোল গুটিৰে এক দুই লিখাৰ পৰাই অক্ৰুৰ মোৰ সঙ্গী। প্ৰত্যেক ক্লাচতে ঘৰামুটি খাই, 'ননকোঅ'পাৰেশ্যন কৰি' স্কুল এৰি, কেঞাক মাৰি, জেলত পৰি, সি এতিয়া হাতুৰী পিটাত লাগিছে। হাতুৰীৰে প্ৰকৃত মানুহ সি।

মোৰাৰ আগতে অক্ৰুৰলৈ এখন চিঠি দিলোঁ। তাৰ হেবিস্তনৰ "পেৰাডাইজ"ত আলহী হৈ উঠিম বুলি। কলেজ হোষ্টেল খুলিবলৈ তেতিয়াও কুৰিদিন মান বাকী।

অক্রুৰে হেৰোৱা পোক বোপায়েকে আদৰি নিয়াৰ দৰে মোকো শিয়ালদহ ষ্টেচনৰ পৰা আগবঢ়াই নিবলৈ আহিল আৰু প্লেটফৰ্মত নামোঁতেই বুকুৰে গৰা মাৰি ধৰি কলে,—মোক তই বৰ বচালি ননী!

—বচালোঁ! কলিকতাৰ ফুটপাথত নৌ নামোতেই তোক বচালোঁ? নে?

অক্রুৰে আৰু জোৰেৰে মোক বুকুত সাৱটি ধৰি কলে,—বৰ বচালি তই। হোটেলত ডেৰশ টকা মোৰ বাকী। আজি এমাহ ধৰি ভাত বন্ধৰ নোটিছ পাইছোঁ। কিন্তু ঠাকুৰে ভাত নিদিলে, কেৰাহীতে ভাত বোৰ চুই দিম বুলি সদায় ভয় দেখুৱাই, ৰান্ধনি ঘৰত সোমাওঁ গৈ। ঠাকুৰে উপায় নাপাই গোটেইবোৰ ভাত পেলনি যোৱাৰ ভয়ত, লুকাই মোক খাবলৈ দিয়ে। তই আহিছ যেতিয়া তোক "গেষ্ট" সুমুৱাই দি, অন্ততঃ সেই খাতিৰতে আৰু এমাহমান স্বচ্ছন্দে খাব পাৰিম।

হোটেলত গৈ উঠিলোঁ।

আগেয়ে অক্রুৰে পুৱা-গধূলি কি কৰিছিল নাজানো। এতিয়া সি চৌবিশ্ ঘণ্টাই অনৰ্গল মোৰ সাৰথি হ'ল।

তলি-মূৰ উদং কৰি, পোন্ধৰ দিনে কলিকতা ঘুগুলা-ঘুগুল কৰি চালোঁ।

শ্যামবজাৰৰ পৰা আৰম্ভ কৰি লেক ব'ডলৈকে কোনো এটা গলিৰ মূৰৰ সামান্য বেস্তোৰা এখনো বাদ নপৰিল। ট্ৰাম আৰু বাছৰ টিকিটে মোৰ বিছনাৰ তলত আৰু এখন তুলীৰ সমান ওখ হলগৈ।

ধেমালিতে অক্রুৰক কলোঁ—অক্রুৰ, এই টিকিটবোৰ গোটাই এখন তুলী তৈয়াৰ কৰি তোক মই উপহাৰ দিম। মোৰ কলিকতালৈ অহাৰ গৌৰৱৰ্মী স্বৰূপে তই তাকেই সদায় ব্যৱহাৰ কৰিবি। কাৰণ জীৱনত তো তই নিজে তুলী তৈয়াৰ কৰাৰ কোনো সম্ভাৱনাই নাই।

কলিকতা হলেও এদিন আমুৰাই আছে।

স্বৰ্গতো বোধকৰো পুণ্যাত্মাবোৰে সদায় থাকি থাকি এদিন ভাগৰি পৰে।

তাৰ পিছত সিহঁতে কি কৰে নাজানো। সম্ভিয়া "ছাদৰ" ওপৰত উঠি, ছিগাৰেট হুপি, টহল্ দি, শূন্যতে ওপঙি ফুৰা মেঘ এচমকাৰ দৰে ওপঙি ফুৰেনে নাই কব নোৱাৰোঁ।

মই কিন্তু সিদিনা, কলিকতাত তাকেই কৰিছিলোঁ, ঠিক ষোল দিনৰ দিনাখন। অক্ৰুৰ মোৰ লগত নাছিল। কাৰণ, সেই দিনাখন তাৰ বাকী আদায়ৰ দিন।

কথাষাৰ অলপ বুজাই দিব লাগিব।

বাকী কৰিলেই বাকী সাধিবলৈ পাওনাদাৰ আছে। বেছি বাকী কৰিলে সেইদৰে বেছি পাওনাদাৰ আছে। যদি মাহেকৰ ত্ৰিশ দিনেই দিনে-নিশাই চৌবিশ্ ঘণ্টাই পাওনাদাৰ আহিবলৈ হয়, তেনেহলে জীৱনধাৰণ কৰা এক প্ৰকাৰ অসম্ভৱ হৈ দেখা দিয়ে। গতিকে অক্ৰুৰে ভাৰি-চিন্তি চাই সকলো পাওনাদাৰ বোৰকেই মাহেকৰ মূৰত এদিন মাথোন আহিবলৈ দিন দিয়ে। আৰু সেইদিনাখন ৰাতিপুৱা পুৱে চলকাটি দিয়াৰ পৰা আৰম্ভ কৰি, ৰাতি ন বজালৈকে কলিকতাৰ পৰা আঁতৰি থাকি, গড়ৰ মাঠত বা লেকৰ পাৰত, চাৰি পয়চাৰ 'চানাচুৰ' বাদাম বা বুট-ভজা গলিয়াই কটাই দি, অন্ততঃ আৰু কিছুদিনলৈ নিশ্চিন্ত হয়।

গতিকে অক্ৰুৰ সিদিনা মোৰ লগত নাছিল। "ছাদৰ" ওপৰত উঠি টহলি, এটাৰ পিছত এটাকে ছিগাৰেট ধ্বংস কৰি, সন্মুখৰ আৰু দুয়ো কাষৰ "ছাদৰ" মানুহ, খিৰিকীৰ পৰ্দা, উৰি ফুৰা পাৰৰ জাক, কাকতৰ চিলা, যলৈকেই অকণ মনটো যায় তাতে এৰি দি, এনেয়ে সময়খিনি কটাই আছিলোঁ। কেতিয়াবা মন গলে মাজে মাজে আলিবাটৰ তললৈ চাওঁ। বাছ ট্ৰামত অনমীয়া মানুহৰ মূৰ উলিয়াবলৈ যত্ন কৰোঁ! প্ৰাইভেট গাৰীৰ নম্বৰ পঢ়িবলৈ চেষ্টা কৰোঁ। নতুন

যাত্ৰীয়ে গাৰী, ধোঁৱাৰ জুমুৰীত পৰি বাটৰ মাজত শল-ঠেকত পৰাৰ স্ফুৰ্ত্তি চাওঁ। 'ফুটপাথ'ত কিবা এটা চকুত পৰা বস্তু দেখিলেই যিমান দূৰলৈ চকুৰে অনুসৰণ কৰিব পাৰি সিমান দূৰলৈ উজাই যাওঁ।

সন্ধিয়াৰ কাম-চাঁয়া কিছু গাঢ় হৈ ক'লা পৰি আহিছিল। কলিকতাৰ সেই সময়ৰ ধোঁৱাৰ পাতল জালখন অলপ মধুৰ হৈ ওলমি পৰিব খুজিছিল। এনেতে অলপ আতৰত ফুটপাথত, বাটৰ সিটোপাৰে এটা বস্তুলৈ মোৰ চকু গ'ল।

অসমীয়া মুগাৰ মেখেলা। ৰঙীন সূতাৰ নে পাটৰ এখনি ৰিহা। লাহী, লিচ্‌পিচীয়া, দীঘল ঠাঁচৰ এটি দেহৰ ওপৰত এখনি সুন্দৰ বগা মুখ। টানকৈ বন্ধা, অকণমান ৰিহাৰ আচলৰ মূৰেদি বিৰিঙা এটা ডাঙৰ চুলিৰ খোপা। 'ছাইহিল'ৰ এটা লীলায়িত ক্ষিপ্ৰ গতি। মুখত এটি অতি সুস্পষ্ট আনন্দ আৰু হৰ্ষৰ অভিসাৰৰ সুখচ্ছবি।

বৰ মনোযোগেৰে চালোঁ। অতি একান্ত মনে পৰ্য্যৱেক্ষণ কৰিলোঁ। "ছাদৰ" ৰেলিঙৰ গাত আউজি যিমান তললৈ চাব পাৰি সিমান তললৈ ওলমি চালোঁ। কিন্তু তথাপি বৰ ভালকৈ একো সন্তেদ ধৰিব নোৱাৰিলোঁ। অনুমান হল, আমাৰ ঠিক "পেৰেডাইজ"ৰ আগেদি আলিবাটটো পাৰহৈ আমাৰ যেন হোটেলৰ দুৱাৰ মুখেদিয়েই ভিতৰলৈ সোমাই আহিল।

চকুৰ পলকতে "ছাদৰ" পৰা জপিয়াই, জখলাৰে তললৈ নামি গলোঁ আৰু তিনি তলাৰ প্ৰকাণ্ড খটখটীটো এক উশাহতে শেষ কৰি, দোতলাৰ খটখটীৰ কাষ পালোঁগৈ। তাৰেপৰা তললৈ জুমি চাই দেখিলোঁ, হয় আমাৰ হোটেলৰ খটখটীয়েদিয়েই ওপৰলৈ উঠি আহিব লাগিছে।

তাতে, থমকি ৰৈ, মই অলপ চিন্তাত নিমগ্ন হলোঁ।—অসমীয়া ছোৱালী! কলেজত বা স্কুলত পঢ়া! বিদেশী এখন হোটেল! ইয়াৰ

কাৰ ওচৰলৈ আহিব পাৰে ? মই জনাত অক্ৰুৰৰ বাহিৰেতো ইয়াত দ্বিতীয় কোনো অসমীয়া প্ৰাণী নাই। তেনেহলে অক্ৰুৰৰ লগতেই কিবা সম্বন্ধ নেকি ? অক্ৰুৰেতো আজি ইমানদিনে ইমানবোৰ মানুহৰ কথা মোক কৈ গৈছে। কিন্তু এই কথাটোতো কোৱা নাই ?

আকৌ মই সেই বেগেৰেই উভতি ওপৰলৈ উঠি আহিলোঁ। আৰু কোঁঠালিৰ আগত সাৰধানে সাজু হৈ থিয় দি, অক্ৰুৰে সকলো পাওনাদাৰৰ আগত কৰলৈ শিকাই থোৱা, সেই একে গৎকাকিকে কেবা বেলিও অলপ গঢ় লগাই কৰলৈ, মনতে আওৰাবলৈ ধৰিলোঁ।

তেওঁ তিনিতলালৈ উঠি আহি এবেলি স্নিগ্ধ নয়নে মোৰ সাজু হৈ থকা মুখখনিৰ পিনে চালে সঁচা কিন্তু আমাৰ ১৮ নম্বৰলৈ অহাৰ কোনো লক্ষণকে নেদেখুৱালে। বৰং এছাটি তীব্ৰ গোন্ধেৰে মোক ওপচাই থৈ, অতি অভ্যস্তৰ দৰে, আমাৰ অতি ওচৰৰ ২২ নম্বৰৰ কাষ চাপি গ'ল। আৰু পৰ্দা আঁৰি থোৱা দুৱাৰখনত অলপ আঙুলিৰে টুকৰিয়াই চায়ে, বৰ পৰিচিতৰ দৰে ভিতৰলৈ সোমাল।

মই হতাশ হৈ নিশ্চলৰ দৰে একে ঠাইতে থিয় হৈ ৰলোঁ। মাথোন এটা যেন কিবা নতুন নজনা বিজুলী শক্তিয়ে মোৰ দেহৰ সকলো স্নায়ুমণ্ডলীবোৰকে আমূলভাৱে পৰিৱৰ্ত্তন কৰি থৈ গ'ল। কোনো দিনে অনুভৱ নকৰা এটা নতুন শিহৰণত মোৰ ভিতৰখন পৰ্য্যন্ত তেনেই শুকাই আহিল।

পাৰোঁমানে নিজকে নিজে নিজৰ অনুসন্ধিৎসাৰ অভাৱক ধিক্কাৰ দিবলৈ ধৰিলোঁ। আজি ষোল দিন মোৰ এই হোটেলত হৈ গৈছে। অথচ, নিজৰ কোঁঠালিৰ চাৰিখন বেৰৰ সিফালে কোন থাকে তাকে জানিবলৈ ইমানদিনে যত্ন কৰা নাই। লগে লগে অক্ৰুৰৰ ওপৰতো মোৰ ভীষণ খং উঠিল। সি ইমান পৰিশ্ৰম কৰি কিমান অনাই বনাই ঘূৰলৈ লৈ গৈ, মোক কিমান আতৰৰ বহস্তবোৰৰ কথা কলেগৈ। কিন্তু হাতৰ কাষৰ ইমান ভাৱৰ প্ৰয়োজনীয় কথা এটিকে বাদ দি থৈ গ'ল।

সম্পূৰ্ণ পৰিৱৰ্ত্তিতৰ দৰে মোৰ অন্তৰখনে কাম কৰিবলৈ ধৰিলে। এবাৰ নোৱাৰা এটা প্ৰবল অদৃশ্য শক্তিয়ে মোক আমাৰ কোঁঠালিৰ আৰু ২২ নম্বৰৰ মাজৰ সেই বাৰাণ্ডা ভুৰবিতে আৰম্ভ কৰি ৰাখি ৰাখিলে। তাতেই মই থিয় হৈ ঘন্টামানে অকলে টহল দিলোঁ। সেই বাৰাণ্ডা ভুৰবিৰে এচুকত থকা বগামানুহৰ টব্‌টোৰ ওচৰতে থিয় হৈ, মানুহৰ আগত ময়দা গুৰি পেলাই দি বৰ মনপুতি খেমালি কৰিলোঁ। ক'ববাৰ নজনা নুশুনা অচিনাকি হোটেলৰ এটি সৰু লৰাৰ লগত বন্ধু পাতি, তাৰ লগত বহু পৰেও কথা পাতিলোঁ।

কিন্তু মোৰ মনৰ কৌতূহল মনৰ ভিতৰতেই থাকিল। বৰং তাৰ মাত্ৰা শেষলৈ আৰু বেছি চৰিহে গ'ল। প্ৰায় আঠোটামান বজাৰ ওচৰা-ওচৰিত কৰবাৰ পৰা আৰু এগৰাকী প্ৰায় সেই ধৰণৰে অসমীয়া ছোৱালী সেই কোঁঠালিৰ দুৱাৰত টক্‌টকাই দিলেহি। আৰু কিছুপৰ সাধাৰণ কথাবতৰাৰ পিছত, ছয়োজনে হাঁহি মাতি হোটেলৰ পৰা ওলাই, মই যি বাটেৰে প্ৰথমতে অহা দেখিছিলোঁ, সেই বাটেৰেই ট্ৰামত উঠি গুচি গ'লগৈ।

মই ৰীতিমতে অক্ৰূৰৰ কাৰণে উৎকণ্ঠাত ছটফটাবলৈ ধৰিলোঁ। বাৰে বাৰে উঠি গৈ, ঘড়ীটোৰ আৰু ওপৰলৈ উঠি অহা দোতলাৰ খটখটীখনৰ পিনে চাই, অস্থিৰতাত ত্যক্ত বিৰক্ত হৈ উঠিলোঁ। "ছাদ"ৰ ওপৰত উঠি চাৰিওপিনে শুনাকৈ দৈত্যৰ দৰে অক্ৰূৰ, অক্ৰূৰ বুলি ভিত্তি কালি অক্ৰূৰক মাতিবলৈ মোৰ মন গ'ল।

প্ৰায় দহোটামান বজাৰ শেষত, অক্ৰূৰ আহি কৰৱামণাৰা ধুমুহাৰ দৰে হোটেলৰ ভিতৰত সোমাল আৰু খটখটীখনৰ আধ বাটৰপৰা গলখুলি ঠাকুৰক চিঞৰি মাতি তাৰ কাৰণে ওপৰলৈ ভাত আনিবলৈ হুকুম দি ওপৰলৈ উঠি আহিল।

কমব ভিতৰত সোমাই তাক ভালকৈ শুধিব হৈ থিৰ হবলৈ সুযোগ নিদিয়াকৈয়ে, মই অতিপাত্ বোষত তাৰ চকুলৈ ৰূঢ় ভাবে চাই ভীষণ গম্ভীৰ হৈ প্ৰশ্ন কৰিলোঁ,—অক্ৰুৰ, তই সচাঁকৈয়ে ইমান দিনলৈ ২২ নম্বৰৰ কথাটো মোক খুলি নকৈ ভীষণ অন্যায় কৰিছ। তাৰ কাৰণে, সন্ধিয়াটোৱেই আজি মোৰ অতিপাত কৌতূহলত অনৰ্থক নষ্ট হৈ গৈছে।

অক্ৰুৰে এবেলি মাথোঁ সন্দিহৰ দৰে মোৰ চকুলৈ চাই, ভজা বাদামৰ এবোজা চোকোৰা তাৰ পাঞ্জাবীৰ দুয়োখন 'পকেট'ৰ পৰা জোকাৰি জোকাৰি পেলাই দি, তললৈ মুৰ কৰি অতি কোমল সুৰত কলে,—শুনি বৰ দুখ পালোঁ, ননী! তয়ো গৈ সম্প্ৰতি "ডেছ্ডিমনা"ৰ প্ৰেমত পৰিলি। মোৰেই ভুল হ'ল। আগতেই তোক সতৰ্ক কৰি দি যাব লাগিছিল।

মই আক বেছি খঙত কোৱাৰ দৰে কলোঁ,—ডেছ্ডিমনা কেছ্ডিমনা একো নহয় অক্ৰুৰ। নিখুঁত তেজ মঙহৰ জীয়ন্ত অসমীয়া ছোৱালী। এজনী নহয়, একেবাৰে দুজনীকৈ। বুজিছোঁ, নিশ্চয় লুকুৱাবৰ তোৰ কিবা অভিপ্ৰায় আছিল?

অক্ৰুৰে মোক সাম্য কৰি ভাতৰ পাতত বহি, বৰ লাহে লাহে ৰস লগাই গোটেই কথাটোকে ভাঙি কলে।

"ডেছডিমনা" নহয়, প্ৰকৃততে নায়িকাৰ নাম অপৰা চলিহা। "ডেছডিমনা" অক্ৰুৰে নিজে দিয়া নাম। ছেক্সপীয়েৰৰ "ডেছ্ডিমনাৰ" লগত তাৰ কোনো সম্বন্ধ নাই। অক্ৰুৰে ছেক্সপীয়েৰ নপঢ়াকৈয়ে হেনো সকলো ৰহস্যময়ী ছোৱালীকে "ডেছ্ডিমনা" বুলি কয়। এইটো তাৰ এটা মুদ্ৰাদোষ।

অপৰা চলিহা কটনৰ ছাত্ৰী। যোৱা বছৰৰ আমদানি। ২২ নম্বৰত তেওঁৰ এজন আধুনিক "ককাইদেউ" আছে। ইউনিভাৰ্ছিটিৰ এম-এৰ ছাত্ৰ। বি-এত কটনৰপৰাই ইংৰাজীত দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ পাইছিল। সাহিত্যতো কিছু বাপ আছে। মাজে সময়ে

কাগজে পত্রই প্রগতিবাদী কবিতা লিখে। মুখেৰেও দুকথা শুনৰকৈ কব পাৰে। এ-এছ-এল ক্লাবৰ মিটিঙত প্ৰায়ে দুএষাৰ কয় আৰু "লেডিছ বিছেপশ্যন" আৰু গেমত অতি তৎপৰতা দেখুৱায়।

অপৰা চলিহা আৰু মিষ্টাৰ দত্তৰ কাহিনীটো কলিকতাত এতিয়া প্ৰায়ে পুৰণি ঘটনাৰ ভিতৰতে পৰিছেগৈ। অকল কেতিয়াবা তেনে ধৰণৰ নতুন দৃষ্টান্তৰ উদ্ভৱ হলে তাক "লিডিং কেছ"ৰ দৰে উল্লেখ কৰা হয়।

বাকীজনী ছোৱালী এই ঘটনাৰ কোনো নহয়। তেওঁৰ স্থান, পাত্ৰ সম্পূৰ্ণ সুকীয়া। অকল ওলাই আহোঁতে আৰু যাওঁতে দুয়ো একেলগে ওলাই আহে আৰু একে লগ হৈ যায়। কাৰণ দুজনী একেলগে নাহিলে আৰু নগলে সেই হোষ্টেলৰপৰা ওলাই অহা নিয়ম নাই।

মই তথাপি তৃপ্ত নহৈ আকৌ প্ৰশ্ন কৰিলোঁ,—মিষ্টাৰ দত্ত আৰু অপৰা চলিহাৰ প্ৰকৃততে আচল সম্বন্ধটো কি আৰু কেনেকৈ এই নতুন অৱস্থা আহি পালে ?

অক্রুৰে বৰ নিৰসৰ দৰে কথাটো শেষ কৰাৰ ইচ্ছাত খাটাংকৈ কৈ থলে যে, দৰাচলতে দত্ত সম্বন্ধত অলপ আঁতৰ খুৰাকৰ সম্বন্ধীয় এজন ককায়েক হয় আৰু এনেকুৱা ঘটনা, সুবিধা আৰু প্ৰশ্ৰয় দিলে পৃথিৱীত বহুতো হব—আৰু বহুত হৈও গৈছে।

কব নোৱাৰোঁ কেলেই, মোৰ অপৈণত যৌৱনৰ কল্পনাৰ দীপ-শিখাত তথাপি অপৰা চলিহাই সিদিনাৰ পৰা এটি নতুন ৰঙৰ পোহৰ সানি দিলে। আপোন গোন্ধতে আপুনি দিশ হেৰুৱাই উভলা হোৱা কস্তুৰী-মৃগৰ দৰে মৰো যেন সিদিনাৰ পৰা কিবা এটা নতুন মাদকতাত উতলি উঠি, চাৰিওপিনে ক্ষিপ্ত, উদ্‌ভ্ৰান্ত, কক্ষচ্যুত গ্ৰহৰ দৰে চঞ্চল হৈ ফুৰিবলৈ ধৰিলোঁ। মোৰ দৃষ্টিৰ আগত সপোন, বাস্তৱ দুয়ো

ৰাজ্যৰে সীমাৰেখা একেটি হৈ যেন মিহলি হৈ গ'ল। অপৰা চলিহাই মোৰ সন্মুখত, স্থুল অস্তিত্ব হেৰুৱাই, কোনো নতুন এখন অবাস্তৱ মানস ৰাজ্যৰ হেঙুলীয়া পোহৰ লৈ, উপন্যাসৰ পাতৰ পৰা উঠি অহা অশৰীৰী নায়িকাৰ দৰে, এটি ডাঙৰ কৌতূহলৰ, আকৰ্ষণৰ, স্নেহৰ অন্তৰৰ পূজাৰ বস্তু হৈ পৰিল। মেট্ৰিক ক্লাচত স্কটৰ "আইভেনহো" পঢ়িছিলো। অপৰা চলিহাৰ দেহত, চকুৰ কোণত, হাতৰ আঙুলিত, চুলিৰ আগত সকলোতে মই সেই "ৰেবেকাৰ" প্ৰাণৰ অসীম কৰুণতা আৰু বোধিব নোৱাৰা অন্তৰৰ প্ৰেমৰ উপচি পৰা আকুল ক্ৰন্দনৰ ধাৰ দেখিবলৈ ধৰিলোঁ। আৰু তাৰ লগে লগে মিষ্টাৰ দত্তৰো চলন-ফুৰণত, দেহৰ অন্বয়ৰত, কথা বতৰাত, হাতৰ ঠাৰ ঠিঁয়াৰত, সেই পৰিত্যক্ত "নাইটৰ" হুবহু প্ৰতিবিম্ব মহীয়ান হৈ মোৰ চকুত বিৰিঙি উঠিবলৈ ধৰিলে।

সম্পূৰ্ণ জীৱনৰ গতি একে দিনতে মোৰ সলনি হৈ গ'ল। যি অক্ৰুৰ মোৰ চৌবিশ ঘণ্টাৰ লগৰী আছিল, সেই অক্ৰুৰৰপৰা মই ফালৰি কাটি বাগি দি ফুৰিবলৈ ধৰিলোঁ। মোৰ এটি মাত্ৰ মহান উদ্দেশ্য হ'ল, অপৰা চলিহাক আৰু কণক দত্তক দিনে নিশাই ধ্যানৰ বস্তুৰ দৰে পৰ্য্যবেক্ষণ কৰা।

সদায় গধুলি খাপ লৈ, হোটেলৰ খট্‌খটীৰ সন্মুখতে অপৰা চলিহাৰ চকুৰ এটি স্নিগ্ধ চাৱনি, দেহৰ অলপ মধুৰ সান্নিধ্যৰ কাৰণে মই ৰৈ থাকোঁ। কোঁঠালিৰ ভিতৰত থাকে মানে, উঠি অহা কথাৰ এটি ডোখৰ আৰু হাঁহিৰ এটি ক্ষুদ্ৰ ধ্বনিৰ কাৰণে উন্মুখ হৈ মই কাণ পাতি ফুৰোঁ, আৰু দুয়ো হোটেলৰপৰা ওলাই গলে চিনেমা, ৰেস্তোৰাঁ, গঙ্গাৰ-ঘাট লেকৰপাৰ যলৈকে নহওক, ছাঁৰ দৰে মই পাছে পাছে গৈ, আঁতৰৰপৰাই সকলো লক্ষ্য কৰি সজ সুখ অনুভৱ কৰোঁ।

জীৱনৰ সকলো কাৰ্য্য ভঙ্গ পৰি মাথোন এইটোৱেই মোৰ কৰ্ত্তব্যত পৰিণত হ'ল। এটি যেন কোনো দিনে নেদেখা অপাৰ আনন্দ, অসীম তৃপ্তিৰ, অনন্ত পুলকৰ সুখচ্ছবি চাই চাই মই নিজৰ

সকলো কথাকে পাহৰি প্ৰবল লুইতৰ সোঁতত উটি যোৱাৰ দৰে উটি গলোঁ।

সাতদিন জোৰা এটি সপোন সমাধিৰ পিছত অক্ৰূৰে এদিন বৰ কঠিনভাবে মোক জগাই তুলিলে আৰু নিজ হাতেৰে মোৰ বিছনাৰ কাপোৰ কানি চপাই, বান্ধি টেক্সি এখন মাতি আনি হোটেলৰ দুৱাৰমুখত থিয় কৰালে।

যন্ত্ৰেৰে ঠেলি দিয়াৰ দৰে কোনোমতে টেক্সিৰ ওপৰত বহি, মোৰ বিছনা, বাকচৰ লগত, অক্ৰূৰৰো ছাল বাকলি নোহোৱা ভগা, জৰীৰে বন্ধা টিনৰ ছুটকেছটো দেখি, একো নজনাৰ দৰে অবাক্ হৈ মই তাক সুধিলোঁ,—অক্ৰূৰ মোক নিয় কলৈ ?

অক্ৰূৰে অভিভাৱকৰ দৰে কৰ্তৃত্বৰ সুৰত কলে,—তোৰ কলেজ হোষ্টেললৈ। আজি চাৰি দিন হ'ল তোৰ কলেজ খুলিছে ; সিপিনে মন-কাণ নাই। অপৰা চলিহাৰ প্ৰেমত পৰি তই সকলো পাহৰি থৈছ। হোষ্টেলত ছিট নাপালে তাৰ বাবে দায়ী হব কোন ?

মই তথাপি ভালকৈ বুজি নোপোৱাৰ দৰে আকৌ সুধিলোঁ।— কিন্তু তই যাব কলৈ ? অক্ৰূৰে ওঁঠৰ কাঁকেদি অলপ মিচিকাই হাঁহি কলে,—আইন এখন হোটেললৈ। ময়ো তোৰ লগতে বস্তু-বাহানি তুলি দি এই হোটেলৰ পৰা পলাই আহিছোঁ ; এই সুবিধাই ভাগৰ সুবিধা। আজিলৈকে ডেৰশ টকাবো ওপৰ হোটেলত মোৰ বাকী পৰিছে। নপলালে জানো মোৰ হৈ কোনোবাই টকাবোৰ দিব ?

—পিছে তোৰ ডাঙৰ ট্ৰাঙ্কটো আৰু বিছনাখন ?

সেইখিনিকো এৰিব খুজিলে চলিব কেনেকৈ ? বিছনাৰ গাৰু, কম্বল বিয়ানখিনি পাবো তোৰ বিছনাৰ লগতে বান্ধি আনিছোঁ। বিছনাৰ চাদৰখন অকল তোৰ ট্ৰাম আৰু বাছৰ টিকিটবোৰৰ ওপৰত পৰা আছে। ট্ৰাঙ্কটোৰ ভিতৰটোত একো নাই। বাকীপুৰা যদি

মেনেজাৰে কৌঠালিৰ দুৱাৰৰ তলা ভাঙি ভিতৰ সোমাই থাকট খুলি চায়, তেনেহলে গধুৰ কেডোখৰ মান আলিবাটৰ ইটাৰ বাহিৰে একো নাপায়। তেনেকুৱা ভঙা ইটা ভৰোৱা ট্ৰাঙ্ক কলিকতাৰ বহু হোটেলতে মোৰ একোটাকৈ পৰি আছে।

অক্রুৰে মোৰ সাময়িক মোহ ভাঙি কলেজ হোষ্টেললৈ তুলি আনিলে সঁচা, সি মোক কলেজত নাম লিখাই কিতাপ-পত্র কিনাই দিলে সঁচা, কিন্তু তাৰ লগতে সি এটা ডাঙৰ আমিষ্ট কৰিলে। সি চিৰদিনৰ কাৰণে মোৰ "পেৰাডাইজ"লৈ যোৱাৰ বাটটো মাৰি থৈ গ'ল। তাৰ কেইদিনমান পিছত, এদিন এনেয়ে দস্তুৰ খবৰ লবলৈ বুলি হোটেললৈ গৈ হোটেলৰ মেনেজাৰৰ পৰা অক্রুৰক প্রশ্রয় দি লগতে পলুৱাই নিয়া বুলি যি গালি শুনি আহিলোঁ, তাৰ পিছত হোটেলৰ চাৰি বেৰৰ মাজত নহয় তাৰ আগৰ ফুটপাথতো মোৰ মুখ দেখুৱাবৰ কোনো উপায়ে নোহোৱা হ'ল।

কিন্তু মই হাজাৰ চেষ্টা কৰিও অপৰা চলিহাক পাহৰিব নোৱাৰিলোঁ। বৰং অপৰা চলিহাৰ চিন্তাই দিনে-নিশাই মোক উভলা কৰি তুলিলে। কলেজত ইক্লাছ সিক্লাছ কৰোঁতে, কেতিয়াবা কাচিৎ ট্রামে-বাছে যাওঁতে অপৰা চলিহাক দুদণ্ড-এদণ্ডৰ কাৰণে দেখোঁ হয়, কিন্তু সিমানকণ দেখাৰ পৰা মোৰ প্রাণৰ তৃষ্ণা নপলায়। মই যেন অপৰা চলিহাক সদায় চকুৰ আগত ৰাখি, বৰ ডাঙৰ আয়োজন এটা কৰি, বহু পৰে পূজা-অৰ্চ্চনা কৰিব খোজোঁ। মই যেন কোনো দিনে শেষ নপৰা বৰ দীঘল এষাৰি কথা অনৰ্গল কৈ যাবলৈ বিচাৰোঁ। সদায় ৰাতি উজাগৰে থাকি বহু যত্নেৰে একোখনকৈ নিতৌ নতুন চিঠি লিখোঁ আৰু চিৰি-ফালি পেলাওঁ। লিখিম কি? লিখিবৰতো একো নাই? ইমান ডাঙৰ উত্তপ্ত কথা এটি, কাগজৰ ওপৰত দুটা চেঁচা আখৰেৰে লিখিব পাৰি জানো? এনেকৈ লিখিলে জানোঁ হব?—তুমি,—নহয়, আপুনি মোৰ আদৰ্শ প্রেমৰ অন্তৰৰ অধিষ্ঠাত্রী দেৱী। আপোনাক মই দিনে-নিশাই

সদায় নিৰৰে পূজা কৰোঁ। মোৰ প্ৰাণৰ লাজুকী স্নেহ-পুষ্প, আকিঞ্চন হলেও সদায় আপোনাৰ চৰণত অঞ্জলি দিওঁ। তাৰ পিছত আৰু ভাষা আড়ষ্ট হৈ চলিব নোখোজে। বুকু ফাটি অন্তৰৰ অগনিৰ তাপ চকুলোৰে তপত হৈ গলি ওলায়। ভূগোলত "জাইচে"ৰ বোলা গৰম পানীৰ নিজৰাৰ কথা পঢ়িছিলোঁ ঠিক। যেন তেনেদৰে। অপৈণত বয়সৰ প্ৰথম প্ৰেম ইমানেই উত্তপ্ত আৰু উদ্দাম।

কলেজ খোলাৰ ছমাহ পাৰ হৈ গ'ল। কিতাপৰ নাম মনত ৰখা দূৰৰ কথা, মই ক্লাছ বহা কোঁঠালি বোৰেই ভালকৈ চিনি উলিয়াব পৰা হোৱা নাই। ক্লাছৰ ওচৰত বহা সঙ্গী আৰু প্ৰফেচৰবোৰৰ কাৰো এখনিও মুখ মোৰ মনত ৰোৱা নাই। কোনো এদিনো হাজিৰাৰ সময়ত মন কৰি মুখেৰে মাতি উত্তৰ দিয়া নাই।

মই অকল দিনে-নিশাই উতলা হৈ ভাবিছোঁ, কেনেকৈ অক্ৰূৰৰ হোটেলৰ ধাৰ মই মাৰিব পাৰোঁ, কেনেকৈ নিশ্চিন্ত মনে নিঃসঙ্কোচে "পেৰেডাইজ"লৈ আকৌ যাব পাৰোঁ, আৰু কেনেকৈ মোৰ সেই প্ৰাণৰ পূজাৰ বস্তুৰ অপৰ্য্যাপ্ত ৰূপে সান্নিধ্য আৰু দৰ্শন পাব পাৰোঁ।

হঠাতে এদিন বৰ সহজে বুদ্ধি এটি মোৰ মগজুৰ ভিতৰেদি বিজুলীয়াই গ'ল। মই ছুনাই আৰু ভাবি নাচাই, হাস্পতালত বেমাৰত পৰি থকা বুলি, ঘৰৰপৰা ৰূপ এশ টকা টেলিগ্ৰামত খুজি পঠিয়ালোঁ।

টকাখিনি হাতত লৈয়ে, মই কেনিও কাকো সম্ভেদ নিদি, একেবাৰে "পেৰেডাইজ" বুলি উচ্ছ্বাসত লৰি গলোঁ। হৰ্ষত, পুলকত, গৰ্বত মোৰ গোটেই গা-মন উপচি পৰিল।

নিৰ্ভয়ে হোটেলৰ খটখটীৰে ওপৰলৈ উঠি গৈ একেবাৰে মেনেজাৰৰ কোঁঠাৰ আগত ৰৈ, বৰ সম্ভ্ৰমেৰে মাতিলোঁ, মেনেজাৰ বাবু! মেনেজাৰে পৰ্দা আঁতৰাই ভিতৰৰ পৰাই মোৰ মুখলৈ চাই

অবাক হৈ ৰ'ল, বাহিৰলৈ ওলাই নাহিল। মই নিজেই পৰ্দা ঠেলি ভিতৰলৈ সোমাই গৈ, হতভম্বৰ দৰে কোঁঠাটোৰ মাজতে থিয় হলোঁ।

দেখিলোঁ, অক্ৰুৰ আৰু মেনেজাৰে দুটা যুঁজৰ কুকুৰাৰ দৰে ডক্ৰ্ মাৰি ইটোৱে সিটোৱে আক্ৰমণ কৰিবলৈ বৈ থকাৰ দৰে যেন বৈ আছে। দুয়োৰে কিলাকুটিলৈ কামিজৰ আস্তিন কোঁচোৱা। কপালৰ ওপৰত ঘামৰ ফোঁটা। চুলিৰ ভীষণ খঙাল মূৰ্ত্তি। চকুৰ মণিৰে যেন জুইৰ ফিৰিঙতি ফুটিব লাগিছে। মূৰৰ ওপৰত বিজুলী-বিচনী খোলা। মেজৰ ওপৰত দুটা শুদা "আইছক্ৰীমৰ" বটল। যেন এক পৰ্ব যুদ্ধ শেষ কৰি দুয়ো পক্ষই আৰু নতুন এখন যুঁজলৈ শক্তি সঞ্চয় কৰিব লাগিছে।

মোক দেখিয়েই মেনেজাৰে টেবুলৰ ওপৰত বৰ ডাঙৰ গধুৰ এটি ভুকু মাৰি আইছ্‌ক্ৰীমৰ বটল এটা বগৰাই কলে—আপোনালোক সকলো অসমীয়াই এনেকুৱাই নিমখহাৰাম। কলিকতাৰ সকলো হোটেলতে নিয়ম হোৱা উচিত যে, আপোনালোকৰ কাৰণে কোনো ঠাই নাই। হোটেলৰ দুৱাৰ-ডলিতে লিখি ৰখা উচিত, "অসমীয়াৰ কাৰণে প্ৰৱেশ নিষেধ।"

এই চ'ক সিদিনাখন মাথোন আপুনি এই ভদ্ৰলোকক টালি-টোপোলাৰ মাজত, হোটেলৰ ডেৰশ টকা মাৰি, আমৰ বস্তাৰ দৰে লুকুৱাই পলুৱাই লৈ গ'ল আৰু কালি মিষ্টাৰ দত্তই মোৰ একেবাৰে তিনি শ টকা খাই উধাও আৰু পলালেতো পলালেই, মোৰ হোটেলৰ এটি ডাঙৰ বদনাম ৰাখি কলেজৰ ছোৱালী এজনী লৈ নিৰুদ্দেশ হ'ল। এনেকুৱা নোহোৱা নোপোজা কেলেঙ্কাৰীৰ কথা, মই নিজে জীৱনত কৰা দূৰৰ কথা, আনে কৰিছে বুলিও কেতিয়াও শুনা নাই। আজি বাদে কালি, এই বিষয় লৈ পুলিচৰ নোটিছ্‌ আহি উপস্থিত হবলৈ বাধ্য। কাৰণ, সেই ছোৱালীজনীৰ আৰু মোৰ হোটেলৰ মজুৰ কথা আলি-বাটৰ এটি পানওৱালা পৰ্য্যন্তয়ো জানে।

তেনেস্থলত, মই নিজেও গৈ পুলিচত এজাহাৰ দিবই লাগিব। তাৰ পিছত, থানাভালাচ, হোটেল "ঘেৰাও," আৰু কত কি! যিহে সন্ত্ৰাসবাদৰ যুগ, কোনোবাই হয়তো লগাই দিব, দত্ত আৰু ছোৱালীজনী বিপ্লৱী দলৰ আছিল। তেতিয়াক তেতিয়াই মোৰ হাতত হাত কেৰেয়া, হোটেল বাজেয়াপ্ত, কাৰাবাস, আন্দামান যাত্ৰা আৰু মৃত্যু!"

ৰোষ এৰি ভীষণ পৰিতাপত, মেনেজাৰে কপালত বৰ ডাঙৰকৈ এটা ভুকু মাৰি হুকহুকাই কান্দি পেলালে।

মই বাধা দিব খুজি অক্ৰুৰৰ গাত ধৰি মাতিলোঁ,—অক্ৰুৰ! অক্ৰুৰে খঙেৰে মোৰ চকুলৈ চাই, গাৰপৰা হাতখন পেলাই, মোক একো কৰলৈ নিদি, মেনেজাৰলৈ উদ্দেশ্য কৰি বৰ আগ্ৰহ আৰু সহানুভূতিৰে কলে,—

সান্যাল মহায়! ষোৱা কথা যাবলৈ দিয়ক। মই এই বিজুলী চাকিৰ "বাম্ব" চুই প্ৰতিজ্ঞা কৰিছোঁ,—আপুনি এই ঘড়ী চাব পাৰে,—এতিয়াৰ পৰা চৌবিশ্ ঘণ্টাৰ ভিতৰত মই যেনে তেনেই মিষ্টাৰ দত্তৰ সন্ধান আনি দিমেই দিম। আপুনি মোৰ বদনাম বুলি ভাবিব পাৰে; কিন্তু, শ্যামবজাৰৰ পৰা কালীঘাটলৈ এনে এখন 'মেছ' বা 'হোটেল' নাই, যত মই দুদিন থাকি এসাঁজ ভাত খাই অহা নাই। মই যদি বিচাৰিব খোঁজো, কনক দত্ত যাব কলৈ? তাৰ পিছত, আপোনাৰ মুখত যি শুনিলোঁ, তেওঁৰ বহু দূৰলৈ ষোৱাৰ কোনো উপায়ে নাই। অন্ততঃ ছোৱালীজনীৰ এই অৱস্থাত তেওঁ কেতিয়াও কলিকতা এৰি বাহিৰলৈ যাব নোৱাৰে।

মেনেজাৰে যেন উপস্থিত বিপদৰ পৰা অলপ ৰক্ষা পৰাৰ মিনিকি-মিনিকি আশা দেখি, অক্ৰুৰৰ চকুলৈ বৰ বেথা লগাই চাই, গাত হাত এখন বাখি কলে,—

অক্ৰুৰবাবু! আপোনাৰ ওপৰত মোৰ যথেষ্ট বিশ্বাস আছে আৰু আজি আশাতীত ৰকমে আপোনাক যেনেকৈ মই লগ পালোঁ, মোৰ অনুমান হৈছে, ঈশ্বৰে আপোনাৰ পৰা মই সহায় পাম

বুলিয়েই যেন তাৰ ইঙ্গিত দিছে। মই আপোনাক বিচাৰিয়েই আজি কলৈকো যোৱা নাছিলোঁ। কালিবে পৰা সকলো "ৰেষ্টুৰেণ্ট"বে ট্ৰামৰ এখন টিকিট লৈ মই কেৱল মিষ্টাৰ দত্তক হোটেলে হোটেলে বিচাৰি ফুৰিছিলোঁ। মোৰ ভাগ্য ভাল হঠাতে দুই বন্ধুৰ আপোনাক "পাইচ্" হোটেললৈ ভাত খাবলৈ যোৱা লগ পালোঁ।

মেনেজাৰ যেন সঁচাকৈয়ে তেনেই শান্ত হ'ল আৰু তেতিয়াই তিনিকাপ চাহ আৰু তিনিটা তপত চিঙ্ৰীৰ কাট্‌লেটৰ কাৰণে অৰ্ডাৰ দিলে।

প্ৰায় পোন্ধৰ মিনিটৰ পিছত, নানা কথা আৰু আলোচনাৰ লগত দুকাপ চাহ আৰু নটা কাট্‌লেট ধ্বংস কৰাৰ অন্তত, মেনেজাৰে অলপ উৎসাহেৰে থিয়দণ্ডা দিলে আৰু 'কহ্' বাকচ্ খুলি দহ টকাৰ নোট এখন তেতিয়াই উলিয়াই, অক্ৰুৰৰ হাতত সপি দি, লগুণ ডালত ধৰি বৰ দুখেৰে বধ দি কলে।

—অক্ৰুৰ বাবু! বামুণৰ সন্তান। উপাই নাপাই ভাত বেচি পেট পুহিছোঁ। আপোনাৰ ওচৰত একমাত্ৰ মিনতি মোৰ, তাৰ যেন কেতিয়াও মুদা নমবে। দত্তও অসমীয়া মানুহ আপুনিও অসমীয়া মানুহ। তাতে আপুনি কলিকতাৰ সঁচাকৈয়ে "ঘুঘু"। আপোনাক মই গালি পৰা নাই, সন্মান দেখুৱাইছোঁ। আপুনি যদি দত্তক বিচাৰি উলিয়াব নোৱাৰে তেনেহলে বিচাৰি উলিয়াওঁতা আৰু কোনো নাই। মই জানোঁ আপোনাৰ টকাৰ অভাৱ। সেই কাৰণে বাছ, ট্ৰাম, ৰেস্তোঁৰা আৰু পান ছিগাৰেটৰ খৰচৰ বাবে এই দহোটা টকা কণ আপোনাক দিছোঁ। সঁচাকৈয়ে চৌবিশ্ ঘণ্টাৰ ভিতৰত যদি আপুনি মোক খবৰটো আনি দিব পাৰে তেনেহলে মই পৰম বন্ধু বুলি আপোনাক বুকুত সাৱটি লম। আৰু 'হোটেল'ত আপোনাৰ পৰা খিখিনি টকা পাব লগা আছে তাৰ কাৰণে আপোনাক কোনো দিনেও আৰু তাগিদ নিদিওঁ। আপোনাৰ যেতিয়াই সুচি তেতিয়াই সেই খন মোক সোধাই যাব পাৰে।

অক্ৰূৰে টকা দহোটা বৰ আশ্বাসেৰে হাতত লৈ, মেনেজাৰক পৰম নিশ্চিন্ত কৰি, কোঠাৰ পৰা সসম্মানেৰে ওলাই আহিল। আহোঁতে হাতেৰে মোক ঠেলি উলিয়াই দি, খটখটীৰে অতি গম্ভীৰভাবে লাহে লাহে নামি "পেভমেণ্টত" থিয় হ'ল। আৰু বৰ "মেজেষ্টি" ঠাঁচত চিগাৰেট এটা জ্বলাই চিনেমাৰ সুৰত মাতিলে,—টেক্সি !

গাড়ীত উঠি বহাৰ লগে লগে অক্ৰূৰে লেক্ ৰোড বুলি ড্ৰাইভাৰক ইঙ্গিত দিয়া শুনি মই সন্দিহান হৈ সুধিলোঁ,—অক্ৰূৰ যাবি কলৈ ?

অক্ৰূৰে বৰ খোলা গলেৰে তৃপ্তিৰ হাঁহি এটা মাৰি, মটৰৰ গদীত বৰ আয়াসেৰে হেলান দি ক'লে,—

—মেনেজাৰৰ 'কাটলেট' কেইটা খাই পেটটো অলপ গধুৰ গধুৰ যেন লাগিছে। অলপ লেকৰ পাৰেদি পাক এটা মাৰি গাটো কিছু জুৰ লগাই আহোঁ। যদি আহোঁতে মন যায় "চাংওৱাত" সোমাই "ডিনাৰ"টো খাই আহিম। দুপৰীয়া দুই বজাত "পাইচ্" হোটেলত ২ পইচাৰ ভাত, ১ পইচাৰ দাইল আৰু ১ পইচাৰ মৰিচা শাক-ভজা খাইছিলোঁ। হোটেলত ৰাতি "চাংওৱাট" "চিকেন্ চাউ—চাউ" খাবলৈ ওলাইছোঁ। ইয়াকেই বোলে ভাগ্য বিপৰ্য্যয় !

মই ভালকৈ বুজি নোপোৱাৰ দৰে অঁকৰা-খণ্ডত সুধিলোঁ,

—কেলেই দত্তক বিচাৰি নাযাব জানো ?

অক্ৰূৰে সক ল'বাৰ দৰে কান্ধত হাতখন দি, মৰম কৰি, মোক ওচৰলৈ চপাই আনি কলে,

—ইমান দিনেও তই মোক নিচিনিলি ননী ! ক'ত কোন প্ৰেমিকে প্ৰেমিকাক লৈ অন্তৰ্দ্ধান হ'ল, মোৰ কাম নাই, তাকে বিচাৰি ফুঁৰো ? Love must have its way ইংৰাজীটো ভুল হৈছে যদি তই শুধৰাই লবি। প্ৰেমৰ পথ উন্মুক্ত হোৱা উচিত, তাকেই মই বিশ্বাস কৰোঁ। কোনোবাই যদি পলাই যায় তেনেহলে তাক পলাবলৈ দিয়া উচিত ; কিয়নো তাক ধৰিবলৈ গলে নিজৰো এদিন পলোৱাৰ

বাট বন্ধ হয়। নিজলৈ সুবিধা দেখি, হল পাই ভুআবাব কলোঁ। আৰু তাৰ কাৰণে দহ টকাৰ এই "কৰ্ণবাইড্" আৰু "চাংওৱাৰ" "ডিনাৰ উচল হল। এই দুটা মিছা কথা কোৱাৰ বাবে মোৰ পাপ লাগিলনে নাই, নতুবা ভগৱানৰ "হেক্রেটেবিয়েট", অফিচত যদি কোনোবাই কৰবাত "ছুটহেগু" ললে নে নাই, সেই কথা ভাবি বৰ্ত্তমান সুখ নষ্ট কৰাৰ মই কোনো সকাম নেদেখোঁ। তাৰ পিছত, মোৰ নীতিৰ পক্ষৰ পৰাও দত্তক ধৰাই দিয়া মোৰ অন্যায়। তিনি শ কেলেই তিনি হেজাৰ টকা কোনোবাই মাৰি গলেও মই তাত বাধা দিব নোৱাৰোঁ। মই বাছিয়ান সাম্যবাদৰ বৰ ডাঙৰ এজন ভক্ত। টকাৰ সমানে লেন-দেন্ আৰু ভাগ-বাট হোৱা উচিত, তাকেই মই বিশ্বাস কৰোঁ। কলিকতালৈ আহি বঙালী হোটেলৰ পৰা যদি আমি দুটকা হজম কৰিবই নোৱাৰিলোঁ, তেনেহলে বঙালীয়ে অতদিনে আমাৰ পৰা চুঁচি অনা ইমানবোৰ টকা কি উপায়ে বাৰু উচল কৰিম? এয়েই মোৰ উগ্ৰ সংবক্ষিণীৰ ফিলছফি"।

দুই.........

আৰু চাৰিটি বছৰ পিছৰ কথা।

মাত্ৰ এবছৰ আই-এৰ বাটত বাধা পাই, তেতিয়া বি-এৰ চতুৰ্থ বাৰ্ষিক গৈ পাইছোঁ।

চন্দন কুৰণত কিছু গাম্ভীৰ্য্য, চিন্তাত কিছু দূৰদৰ্শিতা, প্ৰাণত কিছু ঈশ্বৰ-ভয় আৰু ধৰ্ম্ম-চিন্তা আহিছে।

আমাৰ দেশত গড়ে-পতি মানুহৰ জীৱনকাল চৌবিশ্ বছৰ বুলি গণনাই কয়। সেই অনুপাতে চাবলৈ গলে আমাৰ যৌৱন যোল বছৰতে বা তাতো আগতে এদিন গম নোপোৱাকৈয়ে কেতিয়াবা পাৰ হৈ যায়। গতিকে তাৰ বহু পিছত, আমি যেতিয়া কলেজ এবোঁ এবোঁ হওঁ বা কলেজ এৰি জীৱনৰ প্ৰবেশ বাবত সোমাব

নোৱাৰি, চাৰিওপিনে প্ৰৱেশ নিষেধবোৰত ঢকিয়াই ফুৰোঁ, তেতিয়াই আমাৰ বহুতৰে, আধা প্ৰৌঢ়ত্ব উপস্থিত হৈ, হিতোপদেশৰ সেই জড়দগৱৰ দৰে "সকলানি ইন্দ্ৰিয়ানি বিকলানি," এই অৱস্থা হয়গৈ। গতিকে একো আচৰিত হোৱা কথা নহয়, আমাৰ সংসাৰ আৰম্ভণিৰ লগে লগে বিদায় সঙ্গীতৰ শেষ করুণ বিননি আহি কাণত পৰে। বিবাহৰ পিছদিনাখনেই আমি ভৱিষ্যতৰ ক'লা ডাৱৰ দেখি উচপ্ খাই উঠি "ফেমিলি প্ৰভিজন"ৰ কাৰণে ইন্সিওৰেন্স এজেণ্ট বিচাৰি হাবাথুৰি খাওঁ। চাহ এৰি অভেল্‌টিনত ধৰোঁ। দেওবাৰে মাছ মঙহ এৰি নিৰামিষাসী হওঁ। বায়ুৰ দোষত "ইনুছমুনিয়া"ত ভুগি মহাভৃঙ্গৰাজ তেল ব্যৱহাৰ কৰোঁ।

যক, ইমান দূৰলৈ যোৱা মোৰ উদ্দেশ্য নহয়। কৈছিলোঁ, তেতিয়া স্বভাৱত, দেহৰ আৰু মনৰ বলত, কিছু মিতাচাৰিতা, কিছু চিন্তাৰ গুৰুত্ব, কিছু বিষাদবাদ আহি উপস্থিত হৈছিল। কেলেই মই নিজেই কব নোৱাৰিছিলোঁ। অক্ৰুৰ তেতিয়া মোৰ লগত নাছিল। তাৰ দুবছৰ আগতে সি এদিন কলিকতাৰ কাৰ্য্য শেষ কৰি, মোৰপৰা বিদায় লৈ ৰেঙ্গুনেৰে চিঙাপুৰ ওলাইছিলগৈ। তাৰ বহুদিন পিছত এদিন ছাংহাইৰ মোহৰ মৰা এখন চিঠি তাৰপৰা পাইছিলোঁ। কিন্তু তথাপি মই তাত অকণো আচৰিত হোৱা নাছিলোঁ। ছাংহাই কেলেই, অক্ৰুৰৰ পৰা এদিন এখন চিঠি পাওঁ যে সি নিউফাউণ্ডলেণ্ডত ডমিছাইল্ড হৈ এহ্‌কিমো ছোৱালী এজনী বিয়া কৰাই "ছিল্" মাছৰ তেল খাই জীয়াই আছে, তথাপি মই তাক নিৰ্ব্বিবাদে বিশ্বাস কৰিম। ইমানেই ভালকৈ মই অক্ৰুৰক চিনি পাওঁ।

য'ক, মই তেতিয়া স্কটিছৰ ফোৰ্থ ইয়াৰত পঢ়িছিলোঁ। ভাল লৰাৰ দৰে সদায় বহী-কিতাপ লৈ ক্লাছলৈ অহা যোৱা কৰিছিলোঁ। প্ৰফেছৰে যি কয় তাকে মনোযোগ দি নোটত তুলি লৈছিলোঁ। পৰাপক্ষত লগৰ সঙ্গীসকলৰ পৰা আঁতৰে আঁতৰে ফুৰিছিলোঁ। বিশেষকৈ সঙ্গিনী সকলৰ লগত মোৰ মনৰ কোনো সম্বন্ধই নাছিল।

মুঠতে, যি ধুমুহাবে কলিকতাৰ কলেজৰ জীৱন আৰম্ভ কৰিছিলোঁ, সি তেনেই শাম-কাটি ভিৰৰিত উপস্থিত হৈছিলহি। সোৰকৰেঁা মোৰ জীৱনৰ প্ৰথম "ৰোমান্স"টোতে বৰ বেয়াকৈ বাধা পাই, মনত এই অস্বাভাৱিক তিক্ততা আৰু নৈৰাশ্য আহি সোমাইছিল।

কিন্তু তথাপি এটা নতুন বস্তুত মই জ্ঞান প্ৰাণ দি খাটিছিলোঁ। সেইটো হৈছে কলিকতাৰ এ-এছ-এল্ ক্লাব। ক্লাবৰ মিটিং "অৰ্‌গেনাইজ্‌" কৰাত, চাঁদা তোলাত, মানুহ নিমন্ত্ৰণ কৰাত, বিহুৰ আয়োজন কৰাত, মই সকলোৰে অগ্ৰণী হৈ তেতিয়া কাম কৰিছিলোঁ। মোৰ সহায় আৰু সাৰথি হৈ, মোৰ সকলোবোৰ কামতে সোঁহাতৰ দৰে ফুৰিছিল, মোৰ নতুন এজন স্কটিছৰ বন্ধু—বদন শৰ্ম্মাই।

অকল এই ক্লাবৰ সূত্ৰতে বদনৰ লগত মোৰ ইমান ঘনিষ্ঠতা হবলৈ পালে। বদনৰ ককাইদেৱেকে বহুদিনৰপৰা কলিকতা হাইকোৰ্টত ওকালতি কৰে আৰু ইংৰাজী আইনৰ পত্ৰিকা এখনত সম্পাদকীয়ও লিখে।

মই প্ৰায়ে কলেজৰ পৰা বাহিৰে বাহিৰে বদনৰ লগতে ওলাই গৈ সিহঁতৰ ভৱানীপুৰৰ অতি আওহতীয়া ঠাইৰ ঘৰটো পাওঁগৈ। আৰু বদনৰ ককাইদেৱেক ন-বোৱেক, ভনীয়েক সকলোৱে লগত একেলগে তাতে ফুৰি, বাতি হোষ্টেললৈ উভতি আহিব লগা সময়খিনি-তহে অকল হোষ্টেললৈ উভতি আহোঁ। কেতিয়াবা নুফুৰিলেও বদনহঁতৰ ঘৰতে বহি, কথা পাতি, বদনৰ ভনীয়েক আৰতিৰ গান আৰু আবৃত্তি আদি শুনি, বদনৰ ন-বোৱেকৰ লগত বামুণৰ বিধৱা বিয়াহ, শাস্তি-বিয়াহৰ সম্বন্ধে নানা তৰ্ক আলোচনা কৰি সন্ধিয়াৰ সময়খিনি কটাই দিওঁ।

সিবেলি বিহুলৈ মাথোন অলপ কেইদিনমান বাকী আছে। মই আৰু বদন দুয়ো অতিপাতকৈ দিনে-নিশাই খাটি বিহুৰ কাৰণে নানা আয়োজন আৰু পৰিকল্পনা ভাবি উলিওৱাত ব্যস্ত। আমাৰ দুয়োৰে মনিমিলিত ইচ্ছা, আমি যি কোনো প্ৰকাৰেই নহওক ইবেলিৰ

বিহুটো কলিকতাৰ বিহুৰ বুৰঞ্জীত এটা লেখত লবলগীয়া উৎসৱ কৰি গঢ়ি তুলিম। সেইকাৰণে দুয়ো এমাহমান আগৰ পৰাই ভাত-পানী কলেজ-ক্লাছ, কিতাপ এৰি কেৱল বিহুৰ সম্ভাৱত লাগিছোঁ। আৰু চৌবিশ ঘণ্টাই কলিকতাৰ অলিয়ে গলিয়ে উলো উলোকে ঘূৰি ফুৰি অসমীয়া মানুহৰ নাম গোটাই ফুৰিছোঁ। আমাৰ একান্ত ইচ্ছা আৰু অভিপ্ৰায় যেন যিমানেই নগণ্য আৰু আচুতীয়া ঠাইতে থকা নহওক কিয় কোনো অসমীয়া মানুহেই যেন অন্ততঃ নিমন্ত্ৰণৰপৰা এইবাৰ বাদ নপৰে।

এদিন দেওবাৰে। বাতিপুৱাই বদনে মহে দুটামান ভাত খাই উঠিয়েই গোটেই দিনটো ভৱানীপুৰ, কালীঘাট, বালিগঞ্জ, টালিগঞ্জ, গৰিয়াহাটা, মুৰগীহাটা ইত্যাদি দক্ষিণ কলিকতাৰ সকলো ঠাইবোৰ ফুৰি আহি পাচোঁটামান বজাত বদনহঁতৰ ঘৰত প্ৰায় আধা বেহুচ হোৱাৰ দৰে সোমাইছোঁ। আৰু কোনো ৰকমে হোফাত দুয়ো দেহ দুটা পেলাই দি দুজনৰ ভিতৰতে দিনটোৰ কাৰ্য্যতালিকা আৰু কৃতকাৰ্য্যতাৰ বিষয়ে আলাপ কৰি তৃপ্তি লভিছোঁ। কোনোৰা এজনে গৈ ঘৰৰ ভিতৰত দুকাপ চাহৰ কথা কম, ইমানকন শক্তিও কাৰো গাত নাই।

কিন্তু বদনৰ নবৌয়েক অতি হিচাবী গৃহ-কৰ্ত্ৰী। "বাবুৰ" পৰা ঘৰৰ "ঝী" লৈ সকলোৰে ওপৰত তেখেতৰ চকু সমানে থাকে। সেইদৰে অলপ বহাৰ পিছতেই তেখেতে নিজেই আহি আমাৰ আগত দুকাপ গৰম 'ককো' আৰু দুখন থাল আনি হাজিৰ কৰিলে। আৰু আমিও তৃপ্তিতে গদ্‌গদ্‌ হৈ তেওঁৰ আগত আমাৰ দিনটোৰ অনুসন্ধানৰ কথা বিৰবি কৰলৈ আৰম্ভ কৰিলোঁ। অলপ পিছতে আবতিয়ে থাল এখনত ঘৰতে কৰা দুটামান কেক লৈ আমাৰ কথোপকথনত যোগ দিলেহি আৰু গোটেই বায়ু মণ্ডলকে যথেষ্ট লঘু কৰি গভীৰ ৰসিকতাত কলে,—

—ননী ককাইকেউ! আৰু সৰুককাইদেউ! আপোনালোকে ইমান লেহে কেহে বিহুৰ বাবে খাটিছে আৰু তাৰ কাৰণে আহি

সকলোৱে আপোনালোকৰ এই দৰে শলাগ লৈছোঁ। হয়; কিন্তু মোৰ কথামতে আপোনালোকে যদি কলিকতা প্ৰৱাসী কেজনমান অসমীয়াক ইবেলি বিহুলৈ নামাতে তেনেহলে আপোনালোকৰ সকলো পুৰুষাৰ্থই ব্যৰ্থ হব। মই আজি কেবাদিনৰ পৰা কথাষাৰ কওঁ কওঁ বুলি ভাবি আছোঁ। মই সঁচাকৈয়ে সিঁইতৰ কাৰণে বৰ ভাবো দেই! বেচেৰাহঁতো অসমৰ। ইমানদিনে কলিকতাত আমাৰ প্ৰতিনিধি হৈ আছে। তথাপি আমি কোনোদিনেই বিহুলৈ সিঁইতক মতা নাই।

আমি আৰতিৰ ইঙ্গিতটো সমূলি বুজি নাপাই, হয়তো সঁচাকৈয়ে বৰ ব্যগ্ৰভাৱে একেলগে প্ৰশ্ন কৰিলোঁ।

—তেনে কথা কেতিয়াও হবই নোৱাৰে আৰতি! বিহুৰ নিমন্ত্ৰণৰ পৰা কোনো অসমীয়াই বাদ যাব নোৱাৰে। তুমি আমাক নামকেইটা দিয়া। আমি লাগিলে এতিয়াই মাতি থৈ আহোঁগে।

আৰতিয়ে নিজৰ অভিষ্ট সিদ্ধি হোৱা যেন দেখি, হোঃ হোঃ কৈ হাঁহি বাগৰি পৰিব খুজি কোনোমতে কলে;

—তেনেহলে এতিয়াই আলিপুৰলৈ যকগৈ আক তাৰ "জুত থকা অসমৰ বান্দৰ কেইটা, হৰিণা জাক আৰু শিয়ালটোক ভালকৈ শবাই এখন দি মাতি থৈ আহকগৈ, সিঁহঁতো তো অসমৰে প্ৰাণী! কেলৈ বেচেৰাহঁতে সদায় এনে বিহুচেৰা হৈ থাকিব? মই তাকেই ভাৱো।

আৰতিৰ এই শিশু সুলভ ৰসিকতাত এটি তাণ্ডৱ হাঁহিৰে খলকনি উঠিল। কিছু লঘু কথাৰ অৱতাৰণা হ'ল। আমি সকলোৱে মিলি আৰতিৰ এনে সুন্দৰ পৰামৰ্শৰ কাৰণে তেওঁকেই আমি সেই নিমন্ত্ৰণকৈ যাবলৈ অনুৰোধ কৰিলোঁ।

তাৰ পিছ এবছৰৰ পিছৰ কথা।

ঘটনাৰ অলপ পৰিবৰ্ত্তন হৈছে। বদনৰ বৌয়েক ঘৰৰ ভিতৰত কিবা কামত ব্যস্ত। আমি দুয়ো সিদিনা গোটেই দিনে গোটাই অনা নামবোৰৰ তালিকা লৈ, আকৌ নতুনকৈ বিধে বিধে সজাই লিখিব লাগিছোঁ। আৰু আৰতিয়ে আমাৰ কাষতে অলপ আঁতৰত বহি, ধোবাৰ হিচাবৰ বহীখন লৈ ধোবাৰপৰা কাপোৰ মিলাই লবলৈ ধৰিলে।

নিজৰ কামৰ পৰা হঠাতে এবেলি কাণ থিয় কৰি শুনিলোঁ, আৰতিয়ে ধোবাৰ হিচাবত কিবা ভুল পাই তাৰ লগত বৰ খঙেৰে কথা কৈছে আৰু ধোবায়ো বিপদত পৰাৰ দৰে নিজক সকৰাবলৈ অলপ চেষ্টা কৰিছে।

এবেলি চকুলৈ চকু তুলি চাওঁতেই আৰতিয়ে গোচৰ দি কলে,

—ননীককাইদেউ! চ'কচোন বাৰু এই ধোবাৰ লগত কেনেকৈ বুজা যায়? ফুলাম গামোচা এখন ধুবলৈ দিলেই সি আহি নিৰ্ঘাতকৈ ক'ব "মাইজী খোঁৱা গিয়া" নহলে "গাধ্বী খা লিয়া"। কিজানি আজিলৈকে হিচাব কৰি চালে সি কুৰিখনমান আমাৰ গামোচা হজম দিলে। নিশ্চয় সি সেইবোৰ নি বজাৰত বেচে, নহলে কাৰবাক দিয়েগৈ।

কথাবাৰ অলপ গৰম হ'ল। ঘৰৰ সকলোৱে আহি ধোবাক আগুৰি বেঢ়ি ধৰিলে। বদনৰ ন-বোৱেকেও ধোবাক আহি দোষী সাব্যস্ত কৰি দুআষাৰমান কলে। বদনৰ সৰু ভায়েক বমেনে সকলোকে ঠেলি, জুমুৰিৰ মাজেৰে সোমাই গৈ, ধোবাৰ টোপোলাটো আক্ৰমণ কৰি, টোপোলাবন্ধা কাপোৰখন টানি খুলি পেলাই দিলে। হেদেলি-ভেদেলি হৈ পৰা ধোবাৰ কাপোৰৰ জাপৰ ভিতৰত আৰু এখন অসমীয়া গামোচা দেখি ঘৰৰ সকলোৱে গিৰ্জনিত চিঞৰ মাৰি উঠিল। ধোবাই বহু যত্নেৰে তাৰ কাপোৰবোৰ ৰক্ষা কৰিবলৈ এটা ব্যৰ্থ প্ৰয়াস কৰি অনুনয়ত কলে যে, সেই গামোচাখন ইঘৰৰ নহয়। অলপ আঁতৰত এটা গলিৰ ভিতৰত থকা এঘৰ অইন

মানুহৰ। তাৰ কথাত প্ৰত্যয় নিয়াবলৈ সি নিজেই জাপৰ পৰা গামোচাৰ লগৰ আটাইবোৰ কাপোৰকে উলিয়াই সকলোকে দেখুৱাই কলে যে, সেই দাগৰে গামোচাৰ লগত আৰু দুখন মুগাৰ মেখেলা, দুখন সূতাৰ বিহা, এটা চেমিজ, তিনিটা পেনী আৰু দুখন ধুতি আছে।

ধোবাক হাতে লোতৰে দোষী থিৰাং কৰিব নোৱাৰি সকলোৱে অলপ সাম্য হ'ল। ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে, বেচেৰা ধোবায়ো অলপ সকাহ পাই সুস্থিৰ হবলৈ বিচাৰিলে।

বদনে নিঃশব্দে ইমানপৰে সকলো ঘটনাকে মনোযোগেৰে পৰ্য্যবেক্ষণ কৰি আছিল। সকলোৱে নিৰৱ হোৱাৰ পিছত সি ধোবাৰ টোপোলাৰ ওপৰত পৰি থকা সেই কাপোৰখিনি চাই, হঠাতে তন্দ্ৰাৰ-পৰা উঠাৰ দৰে মোক উদ্দেশ্য কৰি বৰ ডাঙৰ চিঞৰ এটা মাৰি কলে।

—ননী, তুমি ভাবি চাইছানে নাই, এই কাপোৰবোৰ নিশ্চয় কোনোবা অসমীয়া মানুহৰ হবই হব। মেখেলা, বিহা, গামোচা, আটাইবোৰ বঙালী মানুহৰ কেতিয়াও হব নোৱাৰে। কিন্তু ধোবাই যি কলে, অলপ আঁতৰৰ গলিৰ মাজত কোনো অসমীয়া মানুহৰেতো ঘৰ থকা কথা আমি নাজানোঁ? যদি সেয়ে হয়, আমি এতিয়াই ধোবাৰ লগতে তাৰ অনুসন্ধানত ওলোৱা উচিত।

বদনৰ বক্তব্যৰ পিছত কথাটোৱে সম্পূৰ্ণ এটা নতুন গতি ললে। ধোবাই ভৱিষ্যতৰ কাৰণে এটা হুমকি খাই নিষ্কৃতি পালে। আৰু আমি দুয়ো তেতিয়াই যথেষ্ট ক্লান্ত হলেও ধোবাৰ লগতে আমাৰ অনুসন্ধানত ওলালোঁ।

গলি এৰি গলি। তাৰে ভিতৰত আৰু এটা সৰু গলি। বাটৰ পুতল খিনি ইমান ঠেক যে, হাত মেলিলেই যেন দুয়োকাষৰ চাপৰ চাপৰ ঘৰবোৰ হাতৰ আঙুলিৰেই চুকি পায়। এলেন্দুৱা কুকুৰ, লেতেৰা, বঁদ-বা নপৰা আচুটিয়া ঠাইত কোনো মানুহে, বিশেষকৈ

অসমীয়া মানুহে যে থাকিব পাৰে, ই আমাৰ ধাৰণাবো অতীত আছিল "কলিকতাৰ ৰহস্যাৱলী" বোলা ইংৰাজী কিতাপখন মই পঢ়িছিলোঁ। কিন্তু এনে এডোখৰ ঠাইৰ বৰ্ণনা ক'তো লগ পোৱা নাই।

ধোবাৰ পাছে পাছে বিনা প্ৰশ্নে গৈ গৈ শেষত আমাৰ লাহে লাহে সন্দেহৰ বিভীষিকা বাঢ়ি আহিবলৈ ধৰিলে, ভয় হ'ল, কলি-কতাৰ গুণ্ডাবোৰৰ দৰে ধোবাই মিছাকৈ বাট দেখুৱাই নি নি আমাৰ ডিঙিত ছুৰী বহুৱাব খোজা নাইতো ?

কিন্তু প্ৰায় পোন্ধৰ মিনিটমান সেইদৰে লাহে লাহে যোৱাৰ পিছত ধোবাই নি পুৰণিকলীয়া সৰু আধা ভঙা ইটাৰ পকী দোতালা ঘৰ এটিৰ সম্মুখত থিয় কৰালে। আৰু সেই ঘৰটোলৈকেই আঙুলিয়াই কলে, এইটোৱেই তাৰ 'বাবুৰ' ঘৰ।

ঘৰৰ তল তলাত সৰু সোণাৰিৰ দোকান এখন। ওপৰ তলাৰ খোঁটালী দুটাৰ ভিতৰৰপৰা দুৱাৰ-খিৰিকী বন্ধ।

ধোবাক সেইখিনিতেই বিদায় দি আৰু তাৰ অবিহনে আমি আকৌ উভতি আমাৰ মূল বাট উলিয়াব পাৰিমনে নোৱাৰিম সেই বিষয়ে নিশ্চিন্ত হৈ আমি লাহে লাহে সোণাৰিৰ দোকানৰ ভিতৰ সোমালোঁগৈ। আৰু বৰ দুখেভাগৰে দুৰণি ঠাইৰ পৰা অহা যেন দেখুৱাই, পাৰি থোৱা কাঠৰ বেঞ্চ এখনতে বহিলৈ বৰ অনুনয়ত কথা জুৰিলোঁ। সোণাৰিয়ে জুই ফুৱাই থকা ৰঙাপৰা মুখখন লাহেকৈ তুলি, নাকৰ ওপৰত নমোৱা বিত্‌চকুযোৰৰ কাঁচৰ ওপৰেদি চাই আমাৰ কথাৰ উত্তৰ দিলে।

আমি কলোঁ, আমি অসমীয়া মানুহ। বহু দূৰৰপৰা বাট-ফুৰি-বাই আহিছোঁ। শুনিছোঁ, ওপৰৰ ঘৰত নেকি কোনোবা অসমীয়া মানুহ থাকে। তেওঁলোকৰেই খবৰ আমাকলাগে।

কলে,—বাবু বাবুৱনী বৰ্ত্তমান ঘৰত কোনো নাই। দুপৰীয়াতেই তেওঁলোক দুয়ো তেওঁলোকৰ সৰু কণীয়া ল'বাটো হস্পিতালত থবলৈ গৈছে। এতিয়াও উভটি অহা নাই।

আমাৰ আৰু প্ৰশ্নৰ উত্তৰত বুঢ়াই কলে যে, বাবুৰ সম্পূৰ্ণ নামটো সি নাজানে। আজি চাৰি বছৰ হ'ল, তেওঁ তাহাঁতৰে এই ঘৰতেই আছে কিন্তু সদায় তেওঁক "মাষ্টাৰ বাবু" বুলিয়েই মাতে। কিয়নো ইয়ালৈ আহিয়েই তেওঁ ওচৰৰে মাইনৰ স্কুল এখনত মাষ্টৰী কৰিছিল। এতিয়া শৰীৰ বৰ ভাল নহয়। এবছৰমান ঘৰতেই বহি আছে।

তেওঁলোকৰ ঘৰত কোৱা কথা-বতৰা আৰু বিশেষকৈ বাবুৱনীৰ পিন্ধা-উৰা কাপোৰ-কানিবোৰ অলপ আচহুৱা ধৰণৰ। পোনতে তেওঁলোক ইয়ালৈ আহিলত, সোধোতে অসম দেশৰ মানুহ বুলি কৈছিল কিন্তু বুঢ়াই আজিলৈকে কোনো অসম দেশৰ মানুহকে দেখা নাই আৰু তেওঁলোক দেখিবলৈ কেনে কুৱা সি সমূলি নাজানে আৰু আজিলৈকে এই ঘৰলৈ কোনো অসমীয়া মানুহকে অহা সি দেখা নাই। বাবুৱনীয়ে সিহঁতৰ লগত কথা কলে অতি সুন্দৰ নিভাজ বঙালীৰে কথা কয়। নকলে কোনেও তেওঁলোকক অবঙালী বুলি ধৰিব নোৱাৰে।

বাবুৱনীৰ কথা সুধিলত বুঢ়াই কলে, বাবুৱনী বৰ লক্ষ্মী জোৱালী। ঘৰৰ কাম বন সকলো নিজেই কৰে। আৰু অতি আচৰিত ধকমে তাঁতত কাপোৰ বৰ আৰু ফুল তুলিব জানে। তাহানি হেনো বাবু-ৱনীয়ে কলেজতো পঢ়িছিল। কিন্তু এতিয়া হলে বেচাৰীৰ মনত বৰ দুখ। ডাঙৰ লৰাটো ওপজাৰে পৰা জন্মান্ধ আৰু বোবা। সৰু লৰাটোও অতিপাত কজীয়া। তাতে ঘৰৰ অৱস্থাও এতিয়া বৰ স্বচ্ছল নহয়। সেইকাৰণে বেচাৰীয়ে কৰবাত কোনোবা এটা নাৰ্ছিং হোম'ত বোলে নাৰ্ছিং শিকিছে।

অতি মনোযোগেৰে বুঢ়াৰ বিবৃতিবোৰ শুনি বাঢ়ি অহা ৰাতিৰ আন্ধাৰলৈ চাই, মই অতি অন্যমনস্কৰ দৰে বদনক মাতি কলোঁ,—

—বদন, বলা যাওঁগৈ।

বদনে হঠাতেই আচৰিত হোৱাৰ দৰে মোৰ চকুলৈ চাই তীক্ষ্ণ কৰ্কশ সুৰত প্ৰশ্ন কৰিলে,—ইমান সোনকালে যে?

বোধিব নোৱাৰা বুকুৰ বৰ ডাঙৰ উথল মাথলৰ শোকৰ বা-মাৰলী এটা কোনোৰকমে বন্ধ কৰিব নোৱাৰি, মই অন্তৰৰ আকুল বেথাত কলোঁ—

—বদন, এওঁলোক দুয়োকেই মই চিনি পাইছোঁ আৰু বহুদিন আগৰে পৰা চিনি পাওঁ। আজি জীৱনৰ মোৰ বৰ ডাঙৰ অনুসন্ধান এটিৰ শেষ পৰিল।

মোৰ হঠাতেই ইমান সোনকালে বৰ ডাঙৰ মানসিক পৰিৱৰ্ত্তন এটি হোৱা দেখি বদনে মাথোন অবাক হৈ মোৰ মুখলৈ চালে। মই নিজেই বুঢ়াক মাত লগাই, বাতি হৈ অহাৰ অজুহাত দেখুৱাই আৰু আন এদিন আহি খবৰ লোৱাৰ কথা কৈ, লাহে লাহে উঠি আলিবাট-লৈ ওলাই আহিলোঁ। বদন বৰ বিমোৰত পৰাৰ দৰে আচৰিত হৈ কেৱল মোৰ পাছে পাছে উঠি আহিল।

আলি-বাটত কিছুদূৰ খোজকাঢ়ি লৈ, মনটো অলপ শাসনলৈ আনি, মই বদনক লাহে লাহে বেদনাৰ সুৰত কলোঁ,—

বদন, জীৱনৰ এটা বৰ ডাঙৰ ঘটনাৰ কথা আজি তোমাৰ আগত কম। কিন্তু ধীৰে-সুস্থিৰে কবলৈ তুমি মোক যথেষ্ট সময় দিব লাগিব।

আকৌ সেই লেতেৰা, কুৰূচ, আন্ধাৰ, ভিজা গলিবোৰ আৰম্ভ হ'ল। কোনোমতে সাৱধানে বাট-পথ মনি মনি আমি দুয়ো মূল বাটলৈ আগবাঢ়ি আহিবলৈ ধৰিলোঁ। বদনে যন্ত্ৰ-চালিতৰ দৰে মাথোন মোক অনুসৰণ কৰি মোৰ মনৰ অৱস্থালৈ চাই সহানুভূতিত কোনো প্ৰশ্নকেই উত্থাপন নকৰিলে।

অতি কষ্টে, নিৰৱে, সংযত হৈ প্ৰায় আধা ঘন্টামানৰ মূৰত আমি দুয়ো মূল আলি-বাটৰ মূৰত আহি ওলালোঁ আৰু তাৰে লেম্প্-পোষ্ট এটাৰ তলত থিয় হৈ ঘৰমূখীয়া বাছৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলোঁ।

দহ মিনিটমান আমি দুয়ো লেম্পতলে থিয় হৈ বৈ আছোঁ। বদনৰ

আগত অন্তৰৰ কথাখিনি সদৰী কৰি দিওঁ বুলি মই কেবা বেলিও মনতে ভাবিছোঁ, কিন্তু দিব পৰা নাই।

এনেতে আনপিনৰ পৰা যাত্ৰী বোজাই আন এখন বাছ আহি আমাৰ অলপ আঁতৰত ৰ'ল আৰু আমি দুয়ো সেইপিনে চকু তুলি চালোঁ।

দেখিলোঁ, সম্পূৰ্ণ দাতিবোধ কৰা দোতলা বাছ এখনৰ পৰা নামিলে প্ৰথমে এগৰাকী তিকতা, ক'লা সাজ পিন্ধা নিস্তেজ জীৰ্ণা, শীৰ্ণা, অৰ্দ্ধ-প্ৰৌঢ়া আৰু তাৰ পিছত ঠিক সেই দেহৰ দুৰ্বল অৱস্থাৰ এজন আদ-বয়সীয়া, তালুত-চুলি-নোহোৱা, কুঁজা-পৰা কপীয়া মানুহ। সমশেষত দুয়োৰে হাতত ধৰি, এটি প্ৰায় চাৰি বছৰমান বয়সৰ ক্ষীণ, অন্ধ, খোঁৰা ল'ৰা।

সেমৰ পোহৰত, নিৰৱে থিয় হৈ, নিষ্প্ৰাণ, নিস্পন্দ সেই তিনিওটি আচৰিত প্ৰাণীকে চাঁৱ দৰে লাহে লাহে আন্ধাৰত মিলি যাবলৈ দি, মই বদনক সম্বোধন কৰি বহুপৰৰ নিস্তব্ধতা ভাঙি কলোঁ,—

—বদন, এইটিয়ে আমাৰ অনুসন্ধানৰ সেই ৰহস্যময় পৰিয়াল। জীৱনৰ চাৰিবছৰ আগেয়ে সন্তেদ হেৰাই আজি আকৌ এনে অস্বাভাৱিক ৰকমে বিচাৰি পাইছোঁ। আজিও যে আমাৰ কটিছৰ ছাত্ৰ মহলত আলোচনা হয়, এয়েই সেই অপৰা চলিহা আৰু কনক দত্ত। আৰু সেইটিয়েই তেওঁলোক দুজনৰ স্নেহজাত প্ৰথম সন্তান।

তিনি……

আৰু চাৰিটি বছৰ পিছৰ কথা।

দুবছৰ এম-এ আৰু ল'ৰ লোৱাদ লৈ, কোনো এটিও পাছ কৰিব নোৱাৰি, খিলতৰ চাকৰি বজাৰত আহি সোনা পাতি বুৰিছোঁ। তাৰ এটি প্ৰধান কাৰণ হৈছে অনুৰূপৰ আকৰ্ষণ।

জগতত বহু ডাঙৰ ডাঙৰ ভৱিষ্যত বাণী নষ্ট হৈ যোৱাৰ দৰে অক্ৰুৰৰ বিষয়ে কৰা মোৰো ভৱিষ্যত-বাণীটো শেষত গৈ একপ্ৰকাৰ মিছাতেই পৰিণত হ'ল। কাৰণ, ছিঙাপুৰ, হংকং' নিউকাউণ্ডলেণ্ড ক'তো ডমিছাইল্ড নহৈ অক্ৰুৰে শেষত গৈ শ্বিলঙ পাহাৰতে আহি শিপা পুতিলে। আৰু শ্বিলঙৰ ব্যৱসায় ক্ষেত্ৰত "দি নিউ পেৰেডাইজ হোটেল এণ্ড ৰেস্তোঁৰাঁ"ৰ একমাত্ৰ মালিক আৰু পৰিচালক হৈ পৰিল।

অসমীয়া বাতৰি কাকতত বৰ ডাঙৰ ডাঙৰ ক'লা আখৰেৰে লিখা অক্ৰুৰৰ হোটেলৰ জাননীবোৰ পঢ়ি মই প্ৰথমতে ভাৱিছিলোঁ, পৃথিৱীত ইমানবোৰ অইন অইন ব্যৱসায় থাকোঁতে হোটেলৰ প্ৰতি অক্ৰুৰৰ চকু কেলেই গ'ল? মই বহু দিন পিছত ভাৰি পাইছিলোঁ যে, গোটেই জীৱনেই হোটেলৰ টকাৰে পৰিপুষ্ট হৈ বোধকৰো শেষ বয়সত সি এতিয়া তাৰে কিছু প্ৰায়শ্চিত্ত কৰিবলৈ বিচাৰিছে।

অক্ৰুৰৰ হোটেলত বিশেষজ্ঞ আৰু আইনজ্ঞ হিছাবে সাহায্য কৰিবলৈ চিঠি, নিমন্ত্ৰণৰ উপৰি নিমন্ত্ৰণ পাই মই এবাৰ নোৱাৰি এদিন শ্বিলং টিঙত উঠিলোঁহি। আৰু বৰবজাৰ পাৰ নৌ হওঁতেই মটৰৰপৰা, গাৰীখানাৰ মাজত, কেথনমান মুচী আৰু দেছোৱালী মিঠাইওৱালাৰ দোকানৰ লগত তললৈ যোৱা এটা গলিৰ মুখত, ভিতৰলৈ আঙুলিৰে বাট দেখুৱাই দিয়া, অক্ৰুৰৰ হোটেলৰ ছাইনৱ'ৰ্ডখন দেখি মোৰ মনটো অলপ কোঁচ খাই গ'ল।

দেখিলোঁ জাননীত ডাঙৰ ডাঙৰকৈ লিখা, "সম্মুখত মন মুগ্ধকৰ সবল গছৰ শাৰীৰ দৃশ্যৰ" পৰিৱৰ্তে শাৰী পতা কিছুমান বজাৰৰ দোকান আৰু পিছ পিনে "প্ৰকৃতি জীয়ৰী নিজৰা এটিৰ অপূৰ্ব শোভাৰ" ঠাইত মিউনিছিপালিটিৰ এটি ডাঙৰকৈ বজোৱা ছিমেণ্টৰ নৰ্দমা।

মটৰৰপৰা নামি, দাজু পোৱালী এটাৰ মূৰত বিছনাখন আৰু ছুইকেছটো দি, খোজকাঢ়ি অক্ৰুৰৰ হোটেল ভলালোঁহি। আৰু

আহি দেখিলোঁ হোটেলৰ ডুৰাব-ঘৰ প্ৰায়ে বন্ধ; অকল বাক্সনি-ঘৰৰ ভিতৰত সক আপা এটাই মেকুৰী ছুটামানেৰে সৈতে, পীৰা জোৰাই ঘোৰ্ঘোৰাই শুই আছে।

জগাই মেলি তাক সুধিলত সি কলে, "প্ৰপ্ৰাইটৰ্" ঘৰত নাই, বেহত। কিন্তু মোৰ কাৰণে ভাত পানী সকলো/তপ্ তিয়াৰ হৈ বাট চাই আছে।

চেঁচাই, ঠাণ্ডাই ভাত ছুটিমান গিলি, "জিৰাই-শঁতাই, তিনিমান বজাত নিজে আগবাঢ়ি অক্ৰুৰক বিচাৰি বেহ কোছলৈ ওলালোঁ আৰু তাক পিয়াপি দি সকলোতে বিচাৰি দেখিলোঁ, সি টিলাটোৰ ওপৰত উঠি, সৰলৰ তলত, বিৰি এটা হুপি, বৰ একান্তমনে বেহৰ বহীখন লৈ মনপুতি চাই আছে।

মোক দেখিয়েই সি গিৰিপ্ কৰে থিয় হৈ উঠি আনন্দত বেহচ হৈ হেণ্ডচেক্ কৰি কলে, তই আহি পাইছ ননী। নিশ্চয় মোৰ "গুডলাক"। ইবেলি "আপ্ছেট"ত বাইজেণ্টাৰ তিনি শ টকা "ডিভিডেণ্ডৰ" পৰা মোক কোনে ৰাখে?

তাৰ পিছত কোনো কথাই অক্ৰুৰে মোক মুখুৰি 'বুকিং কাউণ্টাৰলৈ' একে চোঁচাই টানি আনিলে।

সন্ধিয়াৰ লগে লগে, 'বেহৰ' পৰা আহি অক্ৰুৰৰ হোটেল পালোঁ। অক্ৰুৰে হোটেলৰ ড্ৰয়িং কমত বহি, চাহৰ কাপ হাতত লৈ, বৰ মেজাজী সুৰত, লাহে লাহে কবলৈ ধৰিলে,—

—আজি আঠত্ৰিশ টকা 'বেহত' হাৰিব পাৰোঁ ননী, কিন্তু এই 'বেহৰ' ভিতৰেদিয়েই এদিন অসমৰ আগাৰ্থা হোৱাৰ মই সপোন দেখিছোঁ আৰু এই 'বেহৰ' টকাৰেই মোৰ এই হোটেলৰ উৎপত্তি।

অক্ৰুৰে কৈ গল,—

—বিপদত পৰিলে বহুতো বায় কাম মানুহে কৰে। ময়ো এদিন খিলঙলৈ প্ৰথমে আহি, বাইদেউৰ ঘৰত থাকি, এক কেৰাণী হাকিমৰ ঘৰত টিউচনি কৰিছিলোঁ। মাহেকৰ মূৰত কেৰাণী-হাকিমে চাৰি

টকা কপ আনি উলিয়াই দিলে। মই দবালবিকৈ টকা কেইটা জেপত সুমুৱাই কলোঁ, আপোনাৰ ঘৰলৈ মোৰ এই অহাই শেষ অহা। তেওঁ হাকিমী মেজাজত মোক সুধিলে, কেলৈ? মই মনৰ খং দমাই ৰাখিব নোৱাৰি কলোঁ, চাৰি টকা কপত বজাৰত পঁঠা ছাগলী এটাও কিনিবলৈ পোৱা নাযায়। তাতকৈ অন্ততঃ মোৰ মূল্য মই বেছি বুলি নিজে অনুমান কৰোঁ।

শনিবাৰ আছিল সিদিনা। টকাকেইটা লৈ দুপৰীয়া ৰেছ কোৰ্ছ ওলালোঁগৈ। গোটেইটোৱে খাটীয়া 'পনী'ৰ 'ৰেছ'। প্ৰথমতেই কিনিলোঁ "চৈতকৰ" এটকীয়া এখন টিকিট। কিন্তু "চৈতকক" সিদিনা কিহে পালে, তাক মাৰি-ধৰি কিলাই নগুৰ-নাস্তি দিও "জকিয়ে" ষ্টাটকেই কৰাব নোৱাৰিলে। অলপো নদমি থাৰ্ড ৰেছত "জিপ্ ছিলেড্" বোলা নতুন ঘোঁৰা এটাৰ আৰু এটকাৰ টিকিট এখন কিনি পেলালোঁ। "জিপছিলেডে" একে চোঁচাই ডেৰ ফাৰ্লংমান কাৰ্ট হৈ লৰি আহি, ৰেছৰ মাজ কোৰ্ছতে নেজ থিয় কৈ যি কামটো কৰিবলৈ ধৰিলে, তাৰ লগৰ ঘোঁৰাবোৰ দুই ফাৰ্লংমান আগবাঢ়ি গ'ল। তথাপি হতাশ নহৈ শেষ-ৰেছত মৰসাহ দি 'ছাৰ্ কাছ বয়'ৰ একেলগে দুটকাৰ টিকিট দুখন কিনি আনিলোঁ। মোৰ কি ভাগ্য, একেবাৰে "আপছেট"ত পঞ্চাশ টকাৰ "ডিভিডেণ্ড" আছিল। আৰু সেই "ছাৰ্ কছ বয়"ৰ টকাৰেই এই "পেৰেডাইজ'ৰ আৰম্ভণি।

আহি দেখিলোঁ অক্রুৰৰ হোটেলত, হোটেলতকৈ ৰেস্তোঁৰাবেই পয়োভৰ বেছি। প্ৰত্যেকদিনেই দুপৰীয়া বজাৰ ঘৰলৈ অহা কলেজৰ ল'ৰাৰ, নিবনুৱা "জুকলা" গ্ৰেজুৱেটৰ, এমেচাৰ ইন্সিওৰেন্স এজেণ্টৰ পলৰীয়া স্কুলৰ ল'ৰাৰ এখন বিৰাট ব্ৰীজৰ আড্ডা জমি উঠে। আৰু "জুকলা সমাজ"ৰ সভ্য বুলি সকলোৱে কলেও, নিয়মতে ডজনে ডজনে চপ, কাটলেট্, পুডিং, চাহৰ কাপ উৰি যায়। অক্রুৰে খোৰপুৰী এটা পিন্ধি, খাটিয়া নাইট-কেপ এটা চকুৰ ওপৰলৈ টানি

লৈ, হাতেৰে এডাল চেকনি জোকাৰি, খোৱাৰ পৰিবেশন সকলো নিজ হাতেৰেই নিয়ন্ত্ৰণ কৰে। আৰু লোক লগত লৈ দুয়ো দলৰে খেলৰ আঁৰিয়া-অৰি বেছিকৈ লগাই দি অৰ্ডাৰৰ মাত্ৰা পৰাপক্ষত বেছি কৰিবলৈ যত্ন কৰে।

হোটেলত নিগাজীকৈ খাওতা মানুহ অকল আমি দুজন—শ্ৰীযুত অনাথ বৰুৱা আৰু মই।

শ্ৰীযুত বৰুৱাৰ শ্বিলঙত নতুন "ভেলেন্টিনো" বুলি এটা সৰু-সুৰা খ্যাতি বহুদিনৰে পৰা চলি আছে। ছবছৰে ডি-পি-আই অফিচত অচলনভাৱে কাম কৰিও তেওঁ আজিকোপতি সংসাৰত মূৰ সুমুওৱা নাই। কিন্তু অসমৰ সকলো সদৰ আৰু ছব্‌ ডিভিজনতে তেওঁৰ কাৰণে একোটাকৈ বিয়াৰ প্ৰস্তাৱ প্ৰায়ে থিৰাং হৈ আছে। সেই কাৰণেই বহুতে সংক্ষেপে বৰুৱা ডাঙৰীয়াক অসমৰ বিয়াৰ বজাৰৰ এজন বৰ ডাঙৰ "স্পেকুলেটৰ" বুলি আখ্যা দিয়ে।

বৰুৱাৰ খোৱা-লোৱা, চলন ফুৰণ সকলো "ষ্ট্ৰিক্ট্‌লি প্ৰাইভেট"। আচুতীয়াকৈ ৰখা কোঁঠালী এটাত, সজাই থোৱা কপাহ বিছনাখনে অকল হোটেলত ডাক-পিয়নৰ সুবিধাৰ কাৰণে, আৰু তেওঁক বিচাৰি অহা ভালেমান মক্কেলৰ কাৰণে, এখনি মাথোন নিৰ্দ্দিষ্ট বাসস্থানৰ আভাস দিয়ে।

অক্ৰুৰৰ মুখত শুনিছিলোঁ, বৰুৱা হেনো সি শ্বিলঙত হোটেল খোলা দিনৰে পৰা হোটেলৰ এজন ডাঙৰ "পেট্ৰন" হিচাপে তাৰ লগতেই আছে। আৰু মই অহাৰ পিছতো হোটেল সংক্ৰান্ত যাৱতীয় প্ৰয়োজনীয় কথাৰ আলোচনা বৰুৱাৰ কোঁঠালীতে আমাৰ তিনিওৰে মাজত গভীৰ ৰাতি বহিছিল।

পূজাৰ বাৰদিনীয়া দীঘলীয়া অফিচ ছুটি।

বৰুৱাই আজি সাত বছৰৰ মূৰত তেওঁৰ কৈশোৰলৈ জন্মগাঁৱলৈ যাবলৈ ওলাইছে।

তেওঁৰ অবিহনে তেওঁৰ খোঁটালীৰ চাবি, বাকচ-পত্ৰ সকলোবে তত্বাৱধানৰ ভাৰ মোৰ ওপৰত। চিঠি-পত্ৰ বথা, দৰকাৰী চিঠি যৰলৈ পোনাই দিয়া, কিবা প্ৰয়োজনীয় খবৰ থাকিলে জনোৱা, তাৰো দায়িত্ব মোৰেই গাত।

এদিন দুপৰীয়া। সদায় সচৰাচৰ বহাৰ দৰে "জুকলা সমাজৰ" ব্ৰীজৰ খেলা বহিছে। অক্ৰূৰে বৰ মনোযোগেৰে ডাঙৰ "কাউন্সিল-কাৰীৰ" অৰ্ডাৰ এটাৰ "এষ্টিমেট" কৰাত ব্যস্ত। মই আন এজন খেলুৱৈৰ লগত বহি, তেওঁক "বিড্" দিয়াত সহায় কৰি আছো।

এনেতে পিয়নে আমি খেলি থকা মেজখনৰ ওপৰত হোটেলৰ এজাপ চিঠি আনি পেলাই দি গ'ল। নিমিষতে সকলোৱে খেলা এৰি বকৱাৰ নামত অহা হোৱালীৰ হাতৰ আখৰৰ, কলিকতাৰ নাৰ্ছিং হোমৰ গধুৰ চিঠি এখন লৈ ভীষণ থপিয়াথপি লগাই দিলে। সকলোৱে চিঠিখন একেলগে আক্ৰমণ কৰি কলে যে, চিঠিৰ খবৰলৈ চাই ই নিশ্চয় বকৱাৰ কোনো প্ৰেয়সীৰপৰা অহা "ৰোমাণ্টিক" চিঠি হবই হব। আৰু তেওঁৰ অবিহনে গোটেই "জুকলা সমাজ"ৰে তাক পঢ়ি চোৱাত একৃতিয়াৰ আছে।

অক্ৰূৰে "বিজিনেছ পলিছিৰ" পৰা কোনো মন্তব্য নিদি কেৱল নীৰৱে ঘটনাটো পৰ্য্যবেক্ষণ কৰিলে। মই কিন্তু বেছি পৰ সহি থাকিব নোৱাৰি, সকলোকে বাধা দি ক'লো যে, এনে অন্যায় এটা অন্ততঃ মই কেতিয়াও হবলৈ দিব নোৱাৰো। চিঠিৰ দায়িত্ব মোৰ ওপৰত দি গৈছে। তেনেস্থলত কোনো চিঠিৰে সন্মান নষ্ট হবলৈ দিলে মোৰ কৰ্ত্তব্য ভ্ৰষ্ট হব।

"জুকলা সমাজে" তথাপিও সৈমান নহৈ, একে যোগে মোৰ ওপৰত বল প্ৰয়োগ কৰিবলৈ ধৰিলে। আৰু শেষত বহুপৰ টনা আঁজোৰাৰ পিছত এটি দোমোজাীয়াকৈ সিদ্ধান্ত কৰা হ'ল যে, চিঠিখন পঢ়াৰ আনন্দৰ পৰা বঞ্চিত কৰাৰ কাৰণে, "জুকলা সমাজ"ক মই অন্ততঃ একোটাকৈ চপ, কেতিয়াই দণ্ড দিব লাগিব।

মই তথাপি হাৰ নামানি গৰ্বেৰে সেই চিঠিৰ প্ৰিলতা ৰক্ষা কৰিলোঁ। মোৰ জেপৰপৰা উলিয়াই দিয়া পইচাৰে "জুকলা সমাজে" সেজত ভুকুৱাই ভুকুৱাই ভীষণ আনন্দেৰে কোঢ়াল কৰি বাৰটা চপ মোৰ চকুৰ আগতে নিঃশেষ কৰিলে।

দুপৰীয়া ব্ৰীজৰ খেলা ভাঙি গ'ল। গধূলি পৰত দলে দলে গ্ৰাহকবোৰো আহি খেতেঁৰাৰ পৰা ঘৰা-ঘৰী গুচি গ'ল। মই কাৰো লগত ওলাই নগৈ, বুকুৰ ভিতৰ জেপত, বৰ সতৰ্কতাৰে চিঠিখন লৈ হোটেলতে সোমাই থাকিলোঁ।

ভাত-পানী খাই বৈ প্ৰায় এঘাৰটামান বজাত মই শুবলৈ বকৰাৰ ঘৰৰ দুৱাৰ মেলি ভিতৰত সোমাইছোঁ। আৰু অক্ৰূৰো তাৰে সিপিনে তাৰ খোঁটালীটোত শুবলৈ গৈছে।

দুয়ো একেলগে বিছনাৰ কাপোৰৰ তলৰ মাজত সুমুওৱাৰ পিছত, অক্ৰূৰে লাহেকৈ বেৰৰ সিপিনৰ পৰা মাত লগালে,—

—ননী, আজি বকৰাৰ চিঠিখন লৈ ভাল হুলস্থূলটো হৈ গ'ল। মই তোৰ লাহে লাহে খং উঠি যোৱা যেনেই দেখিছিলোঁ। যিহক চপৰ প্ৰস্তাৱটোৱে "জুকলা সমাজ"ক ঠিক সময়ত বৰ সুস্থিৰ কৰিলে। চিঠিখন যে সন্দেহজনক এইটো প্ৰায় একপ্ৰকাৰ ঠিবাং কথা। তাতে বকৰাৰ নামৰ কাৰণে সিহঁতে অলপ বেছি ছল পাই উঠিছিল।

লাহে লাহে অক্ৰূৰৰ মাত চিলা পৰি গ'ল। অক্ৰূৰে বিছনাত পৰিলে বৰ জোৰ দুই মিনিটমান সাৰে থাকে। তাৰ পিছতেই সি নাকেৰে ঘোৰ্ঘোৰায়।

বেৰৰ সিকালে অক্ৰূৰৰ নাকৰ শিঙা বাজিবলৈ ধৰিলে। মুৰ শিতানৰ হাৰিকেনটো বহু আগতেই মই নুমাই থৈছিলোঁ। ঘৰৰ ভিতৰত চকু মেলিলেও নেদেখা গোটনৰা আন্ধাৰ! মই সেই আন্ধাৰৰ মাজত চকু দুটা এনেয়ে মেলি থৈ, মোৰ গাৰুৰ তলত থোৱা, ইমান হুলস্থূলৰ সিদিনাৰ চিঠিখনৰ কথা বৰ মন দি ভাবিবলৈ ধৰিলোঁ। কলিকতাৰ ডাকঘৰৰ মোহৰ—হোৱাদীৰ হাতৰ আখৰ—ইমান গধুৰ

—'নাৰ্ছিং হোম'ৰ ঠিকনা—অন্তৰোৰ মানুহৰ সন্দেহ, অক্ৰুৰৰ নিচিনা নিৰস প্ৰাণী এটাৰো !

আৰু বেছিপৰ মই মোৰ মনৰ কৌতূহল আৰু স্বাভাৱিক দুৰ্বলতা হেঁচি ৰাখিব নোৱাৰিলোঁ। হাৰিকেনটো জ্বলাই নজ্বলাই, গাকৰ ওচৰত থকা টৰ্চটোকে টিপি ধৰি, চিঠিখনৰ লেফাফাৰ মুখৰ আঠাখিনি অতি যত্নেৰে এফলাই, বিছনাতে উবুৰি হৈ শুই লৈ, গাকৰ ওপৰত থৈ চিঠিখন পঢ়ি যাবলৈ ধৰিলোঁ।

পোনে পোনেই চিঠিৰ তলৰ নামটোলৈ চকু পৰি মোৰ দেহৰ সকলো স্নায়ু ভেদি বৰ ডাঙৰ এটা সিৰ্‌সিৰীয়া জাৰৰ কঁপনি উঠিল।

মগজুৰ তেজৰ সোঁত অতি উত্তেজিত হৈ চলিবলৈ ধৰিলে। হাতৰ টৰ্চটোও থক্‌থকাই কঁপিবলৈ ধৰিলে।

অতি কষ্টে নিজক সংযত কৰি লৈ, টৰ্চৰ তীব্ৰ পোহৰত ভালকৈ চকু দুটা মেলিব নোৱাৰি, অতি কষ্টেৰে লাহে লাহে, জিৰাই, চিঠিখন এপিনৰপৰা পঢ়ি গলোঁ।

বুকুৰ মোমাইদেউ,

জীৱনত সকলোৱে ভুল কৰে। ময়ো কৰিছিলোঁ। কিন্তু ভাববাবে মোৰ কেতিয়াও প্ৰায়শ্চিত্ত নহব নেকি ? নিজৰ জনম দিয়া আইবোপায়ে এৰিছে। নিজৰ তেজ-মঙহৰ ভাই-ককায়ে উলটি নাচায়। আপুনি ইমান দিনে মৰম কৰি, থবৰ বাতৰি লৈ, অন্তৰত অকণ বল দি আছিল। আপুনিও এতিয়া নিৰ্দয় হৈ মোক এৰিলে। আজিলৈ তিনিখনকৈ চিঠি দিও আপোনাৰ পৰা চাৰিমাহে কোনো সম্বিধান পোৱা নাই।

ভাৱিছিলোঁ, পৃথিবীত মৰম সবাতোকৈ বৰ। মৰমৰ চৰম তৃপিতি পালে মানুহক ধন, মান, সমাজ, সংসাৰ একোৱেই নালাগে। সেয়ে সকলোৱে ওপৰত বিদ্ৰোহ কৰি, মৰমৰ সংসাৰ গঢ়িম বুলি মই বিদ্ৰোহ

কৰিছিলোঁ। কিন্তু মোৰ মৰমৰ সংসাৰক আই ধৰিত্ৰীয়েও বুকুৰ ওপৰত অকণিকে স্থান নিদিলে। ধুমুহাৰ ওপৰতে পতা ধুমুহাৰ ঘৰ মোৰ ধুমুহাতে থানবান্ হৈ গ'ল। অকল শাশ্বত পৃথিবীৰ বিষময় বিদ্ৰোহৰ ঘৃণাৰ দৃষ্টান্তৰূপে ময়ে কেৱল প্ৰাণ লৈ জীয়াই থাকিলোঁ।

বুকুৰ মোমাই মোৰ! বিধাতাক দিনে-নিশাই খাটিছোঁ, এই জীৱন সোনকালে শেষ কৰি নিবলৈ। যি যাদৱপুৰ হস্পিতালত আজি ডেৰ বছৰ আগেয়ে মোৰ "তেওঁক" বিসৰ্জন দি আহিছোঁ, সেই যাদৱপুৰ হস্পিতালত পৰি থকা, সেই ভীষণ ৰোগত আক্ৰান্ত, শত শত মৃত্যুৰ অনিচ্ছুক যাত্ৰীবোৰক শুশ্ৰূষা কৰি মই ভগৱানক সদায় প্ৰাৰ্থনা কৰিছিলোঁ, হে ভগৱান, ইহঁতৰ যেই সেই এজনৰে জীৱনী-শক্তি ওভোতাই দি, এই অভাগী প্ৰাণৰ শিখাগছি তুমি নুমাই পেলোৱা। জীৱনত এদণ্ডৰ কাৰণেও তাই যি শান্তিৰ মুখ নেদেখিলে' মৰণৰ কোলাত তাই চিৰদিনলৈ সেই শান্তি লভক।

শুনি সুখ পায়নে দুখ পায় কব নোৱাৰোঁ—মোৰ দৰদী মোমাই-দেও ;—বিধাতাই ইমান দিনৰ মূৰত মোৰ এই কাতৰ বিননি শুনিছে যেন লাগিছে। আজি তিনিমাহে অচিনাকি জ্বৰত পৰি, দিনে নিশাই শুকাই-খীণাই মোৰ হাড় ছালত লাগিছে। সকলোৱে পেটে পেটে মোৰ অনুমানকে সঁচা বুলি সন্দেহ কৰিছে। যদি সেয়ে হয়, প্ৰাণৰ মোমাই মোৰ, অতি সোনকালে মই সংসাৰত যাৰ যাৰ নামত কলঙ্ক সানিছিলোঁ, সকলোৱে নিকলঙ্ক হব পাৰিব। মই সংসাৰত জী থকাৰ কাৰণে, সমাজত যাৰ যাৰ মূৰ হেঁট হৈ আছিল, সকলোৱে আকৌ নিশ্চিন্ত হৈ, আগৰ দৰে সমাজত সগৰ্ব্বে ঘূৰিব পাৰিব।

যদি সঁচাকৈয়ে মোৰ ভাগ্যত সেই সুখৰ ঘটনা ঘটি যায়; তেনেহলে সেই সুখৰ বাতৰি অকল আপোনাকে দিবলৈ মই কৈ যাম। আপুনিয়েই যেন দয়া কৰি সেই খবৰ সকলোকে জনাই দিয়ে। কিয়নো, নিজৰ জন্মদাতা আই-বোপাইকো শেষ সময়ত,

মোৰ এই শাপগ্ৰস্ত হাতৰ ছুটি আখৰ দেখুৱাই মনত কষ্ট দিবলৈ ইচ্ছা নাই।

সকলোৰে শেষ কথা, মোমাইদেউ, মোৰ পোনাক লৈ। সকলোতো আমাৰ প্ৰয়োজনৰে বহু আগতে মুক্ত হৈ আমালৈ ভ'ত বাট চাই আছেগৈ। ডাঙৰ পোনাকো মই বেমাৰত পৰাৰ আগেয়ে কলিকতাৰ অন্ধ স্কুলত পঠাই দিছোঁ। মোৰ যি যৎসামান্য সঞ্চিত অৰ্থ বব সকলোখিনি তাৰেই নামত স্কুলৰ পুঁজিত দান দি যাম। আপোনাৰ ওচৰত মোৰ একমাত্ৰ শেষ মিনতি মোমাইদেউ! যদি সি কোনোবাদিনা কিবা সাহায্যৰ অভাৱত পৰে, সংসাৰৰ আটায়ে তাক অৱহেলা কৰিলেও, আপুনি যেন অন্ততঃ তাক পাপৰ সন্তান বুলি ঘৃণা নকৰিব, মোৰ অতিকৈ দুখৰ, স্নেহৰ সন্তান বুলি ঘৃণা নকৰিব, মোৰ অতিকৈ দুখৰ, স্নেহৰ সন্তান বুলি, অকণি স্নেহৰ পৰা বঞ্চিত নকৰে। কাৰণ, আনে নাজানিলেওতো আপোনাক মই জনাইছিলোঁ, সি মোৰ কিমান মৰমৰ, কিমান স্নেহৰ, কিমান গৰ্বৰ প্ৰথম সন্তান। মই নিজে সমাজৰ পৰিত্যক্তা হব পাৰোঁ, ঘৃণিত হব পাৰোঁ, কিন্তু মোৰ পোনাইতো নিজে কাৰো অন্যায় কৰা নাই। লোকৰ পাপৰ আৰু কলঙ্কৰ বোজা সি অকাৰণে বব কেলৈ? বিধাতাই বা তাক কি বুলি জনমৰপৰা ইমান নিৰ্মমভাৱে শত্ৰুতা আচৰিলে? অকল সেই কাৰণেই বিধাতাৰ ওপৰত মোৰ ইমান ডাঙৰ ৰোষ্।

য'ক, অতীতত লয় হৈ যোৱা পুৰণি অপ্ৰিয় কথাবোৰ আৰু দোহাৰি কৈ আপোনাৰ সময় নিয়াবলৈ মন নাই। যদি সঁচাকৈয়ে অপৰাক এদিন নিজৰ ভাগিনী বুলি স্নেহ কৰিছিল, তেনেহলে সংসাৰত কোনোদিনে নোপোজাৰ দৰে ভাবি যেন তাইক পাহৰি যায় আৰু তাইৰ শেষ অনুৰোধটিহে যেন কেৱল মনত ৰাখে। ইতি—

বিদায়—

আপোনাৰ স্নেহৰ অপৰা

চিঠিখন পঢ়ি উঠি আৰু দুনাই তাক পঢ়িব নোৱাৰি অতি সন্তৰ্পণে গাৰুৰ তলত সুমুৱাই থলোঁ। আঠোটি বছৰৰ মৰযোৱা স্মৃতিৰ পাপৰিবোৰ সজীৱ হৈ উঠাৰ লগে লগে অন্তৰত অবুজ বেদনাৰ এটি সকৰুণ বিলাপ-ধ্বনি মূজৰি উঠিল। নাজানো কাৰ উদ্দেশ্যে সেই বিনিদ্ৰ ৰজনীৰ ৰোধিব নোৱাৰা, মোৰ অবাৰিত বিষাদ-তপ্ত চকুলোৰ ধাৰ অনৰ্গল একেদৰে বৈ গ'ল।

---

[ ভাদ্ৰ ১৮৫৯ শক ]

# প্ৰায়শ্চিত্ত

কুমাৰ পাৰাৰ এটি ভিতৰ চুকত সাধাৰণ বস্তিৰ মাজত হৰিশৰ ঘৰটি। হৰিশ এজন মটৰ ড্ৰাইভাৰ।

আগেয়ে মাৰোৱাৰী মহাজনৰ দৰ্ মহা খাই "টেক্সি" চলাইছিল। এতিয়া নিজে হুপইচা গোটাই, নীলামত পুৰণি "বাছ" এখন কিনি, নিজেই পলাশবাৰী ৰোডত "ছাৰভিছ্" চলাইছে। হৰিশৰ ঘৰত দ্বিতীয় প্ৰাণী, একমাত্ৰ তাৰ বিধবা মাক। উত্তৰ গুৱাহাটীৰ চাৰেক ব্ৰহ্মবংশৰ জিয়ৰী।

সকতে বিয়া কৰালেও হৰিশ বৰ্ত্তমানে বিপত্নীক। মৃত প্ৰথম সন্তান প্ৰসৱৰ লগে লগে প্ৰসূতাও তাৰ ঘৈণীয়েক ঢুকায়। তাৰ-পিছত নানাভাৱে ধৰি মিলিও মাকে তাক দ্বিতীয়বাৰ বিয়া কৰাবলৈ সন্মত কৰাব পৰা নাই।

হৰিশৰ আপত্তিৰ কথা-বতৰাবোৰ একৰকম অদ্ভুতধৰণৰ। যিদিনা হৰিশৰ ঘৈণীয়েক ঢুকায়, সিদিনা সি এৰাব নোৱাৰা ভাড়া এটাৰ লোভত, বিয়াৰ "পাৰ্টি" এটা লৈ হয়গাওঁলৈ যাবলগীয়া হৈছিল। তাৰ পৰা উভতি আহি আৰু হৰিশে তাৰ ঘৈণীয়েকক দেখা নাপালে অৱশ্যে ঘটনাটো যে ইমান আচম্বিতে ঘটি যাব সি কাৰো জনা নাছিল। থাকিলেইবা, মৃত্যুৰ ওপৰতো মানুহৰ একো কেৰামতি নাই।

তথাপি হৰিশে কিবা অদ্ভুত ধৰণে সেই ঘৈণীয়েক ঢুকুৱাৰ দুৰ্ঘটনাটোকেই সদায় উল্লেখ কৰে। মাকৰ আকুলি-বিকুলি, কিবা-শপত বৰ বেছি অসহ্য হৈ উঠিলে, সি মুখ ফুটাই কয়,—বৌটি, সেই একে কথাবোৰকে কৈ তই আৰু সদায় মোক আমনি কৰি নাথাকিবিচোন। জীৱন গলেও মই আৰু সেই কামটি হুনাই কৰিব

নোৱাৰিম। মটৰ চলাই চলায়েই যেতিয়া মৈত্ৰীক জাবিছো, এই মটৰ চলাই থাকোঁতানে আৰু বিয়া নকৰাওঁ। এই মটৰকে মাথোন মই চলাই থাকিম।

ইয়াৰ পিছত হৰিশে কৰবালৈ যাবলগা নাথাকিলেও, সদায় মটৰত উঠি বহেগৈ। আৰু 'গেৰেজ'ৰপৰা বাজ ওলোৱা তাৰ মটৰখনৰ ক্ষীণ হৈ যোৱা শব্দটোৰ লগে লগে তাৰ মাকৰ মনৰ ভিতৰৰ আশাৰ হেন্দোলনিটোও ক্ৰমে ক্ষীণ হৈ যায়।

গতিকে এটা বৰ আচৰিত একাগ্ৰতা লৈ হৰিশে কেৱল তাৰ মটৰখনকেই চলায়। মটৰখন চলোৱাটোৱেই যেন তাৰ জীৱনৰ একমাত্ৰ ব্ৰত আৰু সাধনা। যেন তাৰ ভিতৰেদিয়েই জীৱনৰ সি সকলো সোৱাদ আৰু আনন্দ পাবলৈ বিচাৰিছে। খোৱা-পিন্ধা, ফুৰা চকা আদি জীৱনৰ আৰু আন একো আমোদ-উলাহতে তাৰ মন নাই। সি অকল জানে, তাৰ হালধীয়া বৰণৰ "উৰ্ব্বশী" গাড়ীখন আৰু "পিচ্" ঢলা পলাশবাৰীলৈ যোৱা চৈধ্য মাইল দীঘল আলিবাটটো।

ইমান একাগ্ৰপতীয়া ড্ৰাইভাৰ হলেও হৰিশৰ কিন্তু আন ড্ৰাইভাৰবোৰৰ লগত সমূলি হলিগলি নাই। সিহঁতৰ দলৰ ইতৰ কাজিয়া-পেঁচাল নাইবা বদ্ প্ৰকৃতিৰ মেল-খেলৰ আনকি চাকিসীমাকো সি কোনোদিনে ডেই-চুই যোৱা বুলি কোনেও প্ৰমাণ দিব নোৱাৰে। সেইবোৰ কামত তাৰ লগ বিচৰাতো দূৰৰ কথা, আন আন ড্ৰাইভাৰবোৰেও তেনে কামত থাকোঁতে তাক কেতিয়া দেখিলে মুখখন ঘূৰাই আঁতৰি যাবলৈহে বিচাৰে। কাৰণ সকলো ড্ৰাইভাৰেই জানে, হৰিশৰ মনটো যিদৰে নিৰ্ম্মল, সিদৰে তাৰ মেজাজটোও সিমান কড়া। অকল এদিনৰ মাথোন অপবাদত লুকাই খোৱা মদৰ বটল এটা "ছিটৰ" তলত পাই, সি খঙতে ছিটিকি জীখা যেন হৈ মটৰৰ হেণ্ডেলেৰে মাৰ মাৰি, তাৰ জগত হেণ্ডিমেনক কামৰ পৰা খেদাই দিয়া ঘটনাটো এতিয়াও ড্ৰাইভাৰ খোলাত গল্প আকাৰে চলি আছে। তাক সুত্ৰপাত

কৰি ড্ৰাইভাৰে ড্ৰাইভাৰে কিমান দলাদলি, উথনি হ'ল। তথাপি হৰিশে তাৰ কথাৰ জিদ্ নেৰিলে। হাজাৰ হওক, তাৰ গাত যে পুৰণি ভদ্ৰ বংশৰ তেজ এটোপা বৈ আছে। এই কথাকে সি সকলোকে সেই সামান্য এটা উদাহৰণেৰে বুজাই দিলে।

এইবোৰ নানা কাৰণেই হৰিশ ড্ৰাইভাৰক সকলো মটৰ যাত্ৰীয়ে ভালকৈ চিনে। সকলো যাত্ৰীয়ে হৰিশৰ মটৰত উঠিবলৈ মনে মনে হাবিয়াস কৰে। হৰিশৰ হালধীয়া ৰঙৰ মটৰখন "ষ্টেণ্ড"ত থিয় হৈ থকা দেখিলে, আন ড্ৰাইভাৰ হেণ্ডিমেনে টনা-আঁজোৰা কৰিলেও পৰাপক্ষত যাত্ৰীবোৰে আৰু কোনোপিনে ভৰি নিব নোখোজে।

কিন্তু হৰিশক আটায়ে বেছি ভাল পায় তাৰ সৰবৰহী মুখৰ মিঠা ব্যৱহাৰত। মটৰৰ কোনো যাত্ৰীকে সি হুঁটা মাত মাতি কেতিয়াও মনত দুখ দিয়া বুলি মানুহে নাজানে। বৰং সকলো যাত্ৰীৰে আলৈ আহুকাল, দুখ-দুৰ্গতি হৰিশে সদায় বৰ মনোযোগ দি চায়। গাৱঁলীয়া আলাভুলা মানুহ পালে সি কেতিয়াও হেণ্ডিমেনক ছল-ছন্দ কৰি পইচা চুঁচি ৰাখিবলৈ বাট নিদিয়ে। বৰং দুখীয়া নিছলা বাটকৰা মানুহ বৰ কষ্ট খাই বাটে-পথে খোজ কাঢ়ি অহা দেখিলে সি এনেই মটৰত তুলি লয়। সেই কাৰণেই আলিৰ দুয়োকাষৰ দিনটীয়া সকলো বাটকৰাৰে হৰিশৰ মটৰৰ হালধীয়া ৰংটো বৰ ভালকৈ চিনি পায়। আৰু কেতিয়াবা প্ৰয়োজন নাথাকিলেও এনেই গাড়ীখন দেখিলে খেমালিতে হাত তুলি ৰাখে। বিশেষকৈ গধুৰ মোটমৰা বোজা কঢ়িয়াই হাটলৈ অহা বুঢ়া পোহাৰীবোৰে হৰিশৰ মটৰখন দেখিলেই হৰিশৰ মনত বেথা লগাবলৈ এনেয়ে মিছাকৈ খোঁৱাই খোঁৱাই বোজাৰ ভাও বুৰি এডোখৰ বাট কাওতে উঠি যাবলৈ বিচাৰে।

যাত্ৰীৰ কথাত যেনে মনোযোগী মটৰ চলোৱাটো হৰিশ তেনে এজন অভিপাতে হুচিয়াৰ ড্ৰাইভাৰ। গাড়ী-খোঁৱাৰ অভিপাত উৰাজুৰাতো সি আনকি গৰুগাড়ী এখনত খুন্দা মাৰি তাৰ লাইচেন্সত সামান্য আঁচোৰ এটা লোৱা বুলিও কোনেও কব নোৱাৰে। মুঠতে,

আপোনপেটীয়া আৰু আন ড্ৰাইভাৰৰ দৰে মটৰে মটৰে "ৰেছ" দিয়া, যুঁজ-বাগৰ কৰা, বা অতিপাত বেগেৰে চলাই বাটৰুৱাক দল ঠেকত পেলোৱা কথা আনকি হৰিশৰ সৌৱৰণীতো কতো লিখা নাই।

কিন্তু তথাপি, ঈশ্বৰৰ কি ইচ্ছা, ইমান আচৰিতে কোনেও ভাবিব নোৱাৰাকৈয়ে সেই শোকলগা দুৰ্ঘটনাটো সেই দিনা হৈ গ'ল। ৰাতিপুৱা চাহটোপা খাই উঠি মটৰত আহি বহোঁতেই হৰিশৰ হাতৰ ষ্টিয়াৰিং ডাল সিদিনা অকাৰণেই যেন ৰবকৈ কঁপি উঠিছিল। সিদিনা তাৰ ঘৈণীয়েক মৰা সেই দুয়গাওঁলৈ যোৱা অশুভ দিনটো। তথাপি হৰিশে আজ্ঞাৰ মনেৰে হলেও ঘৰৰপৰা ওলাই নাহি থাকিব নোৱাৰিলে। কিয়নো দিনটোৰ ভাড়া মাটি পেলাই, ঘৰত এনেয়ে বহি সময়খিনি নিয়াবলৈ, অন্ততঃ হৰিশৰ মনে কেতিয়াও সৈমান নহয়। সেইকাৰণে হৰিশে বহুতো গুনা-গঁথা কৰি, ঘৰৰপৰা ওলাই আহি, অতি সাৱধানী হৈ কামত মন দিলে।

সেইটোৱে তাৰ পলাশবাৰীৰ পৰা উলটি অহা শেষবাৰৰ খেপ। সাঁজৰ আন্ধাৰ লাহে লাহে গঢ়ি আহিছে। মটৰত সি আৰু ড্ৰাইভাৰতকৈ অলপ আগধৰিয়ে চাকি দুটা জ্বলাই উঠিছে মাথোন। কামাখ্যাৰ আগত। পুলিচটো থিয় হৈ থকা বাটৰ সেই তিনি-মুনিৰ যোৰাটোতে। নাজানো, ক'ৰপৰা অতৰ্কিতে আথৰ-আলৰ, চেৰেলা বুঢ়ী মানুহ এজনী আহি তাৰ মটৰৰ মাড্‌গাৰ্ডতে মুখ থেকেচা খাই পৰি গ'ল। সি তাৰ দেহৰ সকলো শক্তিৰে ব্ৰেক্ ধৰিও তাইক সকৰাব নোৱাৰিলে। ব্ৰেক টানি উঠি, প্ৰায় উলটি গড়খাৱৈত পৰি যাব খোজা গাড়ীখন চম্ভালি, যেতিয়া হৰিশে বুঢ়ীৰ লাচটোৰ ওচৰ চাপি জুমি চালে, তাৰ বহু আগতে বুঢ়ীৰ লাওখোলাৰ টুকুৰা হাড়কিডাল চুৰ্ মাৰ হৈ মাটিৰ লগত মিহলি হৈ গৈছে। আক বুঢ়ীৰ চিন-চাব নোহোৱা নাক মুখৰ পৰা হোলোকা-হোলোকে তেজ বৈ আলিবাটৰ ধূলিৰ লগতে তোচা বান্ধিছে।

বহুপৰ নিস্তব্ধ হৈ, বুঢ়ীৰ শেষ অন্ত্যেষ্টিৰ ওচৰত মুৰত হাত দি হৰিশ বহি ৰ'ল। পুলিচ আহিল আৰু সকলো সাক্ষী-বাদীৰ কথা বহীত নোট কৰি ললে। আন আন গাড়ীৰ পৰা নমা যাত্ৰীবোৰ আকৌ নিজ নিজ গাড়ীত উঠি বহিলগৈ। হৰিশে হাতযোৰ কৰি কৰি তাৰ মটৰৰ সকলো যাত্ৰীৰে পইচা ওভোতাই দি, তেওঁবিলাকক অইন গাড়ীত উঠি যাবলৈ কাবৌ-কাকুতি কৰি, অকল বুঢ়ীৰ মৰাশটোকে তাৰ গাড়ীত নিজ হাতে কঢ়িয়াই তুলি লৈ, নিজেই ধৰা দিবলৈ সদৰ থানাত আহি উপস্থিত হ'ল।

* * *

পুলিচৰ সাক্ষী, বাটৰুৱাৰ সাক্ষী, মটৰৰ সকলো যাত্ৰীৰ সাক্ষীৰ জোৰত, আদালতৰ বিচাৰত হৰিশ নিৰ্দ্দোষী বুলি প্ৰমাণ হ'ল। আৰু মাত্ৰ তিনিদিন হাজতত বাসৰ পিছত, আগৰদৰে মুকলিমূৰীয়া হৈ মটৰ চলাবলৈ সি অনুমতি পালে।

পিছে আদালতৰ বিচাৰত মুক্তি পালে হব কি ? হৰিশৰ নিজৰ মনৰ ভিতৰত চলা এটা তুমুল ভাৱৰ যুঁজে তাক ডাঙৰ মনৰ বিকাৰ এটাৰ বন্দী কৰি তুলিলে।

সেই দুৰ্ঘটনাৰ পিছত, গেৰেজত তলামাৰি বন্ধ কৰা হৰিশৰ "উৰ্ব্বশী" তেনেকৈ তলা মৰা হৈয়ে পৰি ৰ'ল। এনেকি, হৰিশে অদ্ভুত কিবা এটি আক্ৰোশত, কাকো মটৰখনৰ মাড্‌গাৰ্ড আৰু চকাবোৰৰ পৰা বুঢ়ীৰ তেজৰ চেকাবোৰকো ধুই পেলাবলৈ নিদিলে। পেটৰ ভাত আৰু চকুৰ টোপনিৰ অভাৱত হৰিশৰ দেহৰ কান্তি লাহে লাহে মলিন হৈ আহিবলৈ ধৰিলে। তেল-ফুলৰ পৰশ নাপাই মূৰৰ চুলি মৰাপাট যেন হৈ চকুৰ ওপৰত ওলমি পৰিল। আৰু লানি-নিছিগা দীঘলীয়া চিন্তাৰ দাহে চকুৰ চাৰিওপাৰে দ, ক'লা মচীৰ ঘূৰণীয়া বৃত্তহে যেন আঁকি দিলে।

নিৰলা ঘৰৰ খোঁটালীত, অকলশৰে নৈৰ পাৰত, মাজৰাতি জন-মানৱ নোহোৱা আলিবাটত হৰিশে চিন্তাৰ আঁত হেৰুৱাই,

কিবা যেন হেৰুৱা বস্তু এটা, কিবা যেন মূল্যৱান বস্তু এটা, অনবৰত বিচাৰি ফুৰিবলৈ ধৰিলে। কিবা যেন পাৰ নোপোৱা গধুৰ অম্বেষণ এটাত লাগি, লাহে লাহে সি সাধাৰণ মানুহৰ লগ-সঙৰ পৰা ক্ৰমে আঁতৰি গ'ল।

মাতিলেও হৰিশে মুখেৰে একো নামাতে। সুধিলেও একো সমিধান নিদিয়ে। অকল ইঙ্গিতেৰে যেন বুজাবলৈ বিচাৰে, সি সেই অচিনাকি বুঢ়ীজনীৰ মৃত্যু ৰহস্যৰ এটা মীমাংসা বিচাৰি উলিয়াব লাগিছে।

মানুহ অহৈতুকী এটি শক্তিৰ দাস। তাৰ নিজৰ কৰ্ম্মৰ ওপৰত, ক্ৰিয়াৰ ওপৰত তাৰ নিজৰ একো হাত নাই। অকল কোনোবা এটা অদৃশ্য শক্তিৰ চালনাত সি নিষ্ক্ৰিয় যন্ত্ৰ এটিৰ দৰে চালিত হয় মাথোন। কোনোবা কুটিল নিয়তি এটাই তাক ভবিৰ মাজত লৈ, যেন গোটেই জীৱনটোয়েই এটা মৰ্ম্মভেদ ৰহস্যৰ খেলা খেলে।

হৰিশে অকল তাকেই ভাৱে; কিন্তু ভাবি একো পাৰ নাপায়। ইমান সাৱধানী, ইমান কৰ্ত্তব্য পৰায়ণ, এজন মানুহৰ মটৰৰ আগত, ক'ৰবাৰ নিচিনা নজনা, ডাল-দৰিদ্ৰ বুঢ়ী এজনী আত্মজাহ দি আহি মৰিল কেলেই? আৰু মৰিলেই যদি সেই মৰাৰ ভিতৰত কি ইঙ্গিত নিহিত আছে, সি নিজে তাৰ একো গম নাপালে কেলেই?

হৰিশে অকল চিন্তাৰ ঘূলিত নামিল মাথোন। তাৰ পানীৰ ৰং ঘোলা কৰিলে; কিন্তু তাৰ পৰা একোৱেই উদ্ধাৰ নহল। বৰং পানীৰ ৰং ক'লা পৰাৰ লগে লগে তাৰ চকুৰ কাষৰ কালিমাৰ ৰঙো আৰু বেছি ক'লা পৰি আহিল। আৰু লগে লগে মাকৰ কলিজাৰ তেজো ক'লা পৰি, দুচকুৰে পানীৰ ধাৰ বৰলৈ ধৰিলে।

কিন্তু এবেলি যাৰ চিন্তাৰ সবল আঁতত আউল লাগে তাৰ জঁট ক্ৰমে ভাঙিব নোৱাৰা হৈহে যায়। কেনেবাকৈ এবেলি যাৰ মগজুৰ নিয়াৰিকৈ পতা যন্ত্ৰত আঁৰ লাগে, ক্ৰমে সি বেছি বিকল হৈহে যাবলৈ

বিচাৰে। মনৰ শান্তি এবেলি যাৰ নোহোৱা হয়, সি হুলাই আহি প্ৰায়ে কেতিয়াও থিত নলয়।

গতিকে হৰিশে ভাবে, ভাবে, অকল ভাবেহে, ভাবৰ সোঁতত অকণিও ঠাউনি নাপায়।

* * *

তাৰ কিছুদিন পিছত। এদিন কাল সন্ধিয়া। গেলা বতৰ। সিম্‌সিমীয়াকৈ বৰষা গুড়ি বৰষুণ। বাটে-পথে ভৰিৰ গাঁথি তল যোৱা পেঁক, বোকা।

জেলখানাৰ ওচৰৰ, ৰেলৰ আলিৰ কিনাৰৰ এটা লুণ্ড্‌লুণ্ডীয়া সৰু গলি। দুকাষে আপচু, আগঢ়া খেৰৰ ভগা-ছিগা ঘৰ। বেচিভাগ পছিমীয়া গাৰোৱান আৰু গাড়ী মেৰামত কৰা বাঢ়ৈৰ বস্তি। গলিৰ কাষে কাষে ধানখেৰৰ দম আৰু গোৰৰৰ গেলা ডোবা। তাৰ মাজত একালে এখন টিং মিস্ত্ৰিৰ দোকানৰ সৈতে লগা এখন পৰতা-মাংস আৰু চাহৰ দোকান।

কোনোদিনে নেদেখা সেই আচহুৱা ঠাইৰ মাজে মাজে হৰিশে কিবা ভাবি ভাবি আপোনমনে যেন বাট বুলে। শৰীৰৰ সাজ-পাৰ তাৰ সম্পূৰ্ণ অপৰিপাটি, মলিয়ন আৰু ফটা-ছিটা। দেহৰ চলন অত্যন্ত দুৰ্বল। মুখৰ ভাব আৰু চকুৰ ভাষা ভীষণ কষ্টপূৰ্ণ আৰু ব্যথাব্যঞ্জক।

আহি আহি হৰিশে যেন সেই চাহ-মাংসৰ দোকানখনৰ আগত এনেই থিয় দি ৰৈ গ'ল। আৰু দুৱাৰত আঁৰি থোৱা ফটা ধুতিৰ পৰ্দাখনৰ ফাঁকেদি দোকানৰ ভিতৰত থকা মানুহ কেইজনলৈ বাহিৰৰ পৰা জুমি চালে। এটা কাগজেৰে-বটা ভগা-চিমনিৰ হেৰিকেনৰ পোহৰত ৰবল, জগত, নিৰঞ্জন, তৰুণ আৰু আইন আইন এজন ড্ৰাইভাৰ আৰু হেণ্ডিমেনে ৰব চিঞৰি-বাখৰি কোচাল কৰি খোৱাত ব্যস্ত হৈ আছিল।

হৰিশে দোকানৰ দুৱাৰমুখত কোনেও নেদেখাকৈ বৈ, অকলে অকলে ভাবিলে যে দোকানৰ ভিতৰৰ আঠাই কেইজন মানুহকে সি ভালকৈ চিনি পায়। স্বৰূপ সিং শিখ, অসমতে তাৰ জীৱন হোৱা, সঁচাকৈয়ে সকলো ড্ৰাইভাৰৰে দলপতি স্বৰূপ। দুখনকৈও কাৰ্টক্লাচ টেক্সিৰ সি নিজেই মালিক। জগতৰাম, সি নিজেই এদিন মাৰি ধৰি কামৰপৰা খেদি দিয়া মদপী হেণ্ডিমেনটো। নিৰঞ্জন আৰু তক্‌জল, কেবাবেলিও জেল-খাটি অহা নামজ্বলা দাগী চোৰ। তাৰ বাহিৰে বাদ্‌বাকীকেইজনৰ নাম আনকি সি মুখেৰে আনিবলৈকো ভয় কৰে।

হৰিশে সেইদৰেই থিয় হৈ একান্তমনে চাহ আৰু কথাত মহগুল, সেই প্ৰাণী কেইটিলৈ চাই ৰ'ল। চিন্তা আৰু নিৰানন্দই পোৰা তাৰ মনৰ ভিতৰত, সিহঁতৰ হাঁহি খিকিন্দালিবোৰে বৰ নিৰ্মমভাৱে আহি আঘাত কৰিলে। চাই চাই আৰু যেন সি বেছিপৰ সহ্য কৰিব নোৱাৰি, এবেলি এনেয়ে তন্ময়ৰ দৰে, এখুজি-দুখুজিকৈ দোকানৰ ভিতৰলৈ সোমাই আহিল।

হৰিশ আহি দোকানৰ ভিতৰত থিয় হোৱাৰ লগে লগে চলি থকা হাঁহি আৰু কথাৰ জাউৰি হঠাতেই যেন বৰ বেয়াকৈ বাধা পাই, বন্ধ হৈ গ'ল। সকলোৱে যেন কিবা নতুন এটা আচৰিত বস্তু দেখাৰ দৰে বিস্ময়ত উঠি থিয় দিলে। সকলোৰে আগতে জগতে, বৰ ব্যস্ততাৰ্ দেখুৱাই, ওচৰৰ দোকান এখনৰ পৰা কিবা বস্তু এটা চাই আহোঁ বুলিকৈ সি উঠি গুচি গল আৰু দুনাই উভতি নাহিল। আৰু থিক তেনেকৈয়ে, অতি অলপ সময়ৰ ভিতৰতে ইমান তাতৰ দোকানৰ জুমটো গম নোপোৱাকৈয়ে যে কেনেকৈ ক'ত অদৃশ্য হৈ গ'ল তাৰ কোনেও তত্তকে ধৰিব নোৱাৰিলে।

হৰিশে কাৰো সম্ভাষণলৈ বাট নাচাই নিজে গৈ স্বৰূপ সিঙৰ ওচৰৰ বেঞ্চিখনত লেপেটাকাঢ়ি বহিল। স্বৰূপে বৰ আগ্ৰহেৰে তাৰ কান্ধলৈ হাত ধৰি চপাই নি, তাৰ নিজৰ সন্মুখত থকা 'পিকিচ্‌খন' আগবঢ়াই

দিলে। পিৰিচ্‌ৰ ওপৰত কেতিয়াও নতুন এটা পেটৰ জোখাৰে পৰতা-মাংস দম হৈ পৰি আছে।

বৰ আপ্যায়িতৰ দৰে হৰিশক পৰতা-মাংসৰ ভাগ দি, স্বৰূপে আৰু আয়াসেৰে বেঞ্চিৰ ওপৰত ঠেং তুলি বহিল। আৰু দুয়ো হাতেৰে ধৰি হৰিশক আৰু ওচৰলৈ আনি বহুৱাই লৈ বৰ উচ্ছ্বাসেৰে বক্তৃতা আৰম্ভ কৰিলে। বহুদিনৰ সঞ্চিত কথা যেন বাধা-ভাঙি ঢল-অহা-দি স্বৰূপৰ মুখৰপৰা বাগৰি আহিল। পুলকত দুয়োটি চকু স্বৰূপৰ অতি প্ৰথম হৈ লেমৰ পোহৰত জিলিকবলৈ ধৰিলে। স্বৰূপে কৈ গ'ল,—

বুজিছোঁ হৰিশ, তুমি মনৰ শান্তি হেৰুৱাই পানীপিয়া চৰাইৰ দৰে বলীয়া হৈ শান্তিৰ পানী বিচাৰি ঘূৰি ফুৰিছা। নহলে এই আচহুৱা ঠাইত, কেতিয়াও তোমাক লগ নাপালোহেঁতেন। কিন্তু নিজৰ চিন্তাৰ জুইৰে এবেলি যি নিজৰ মগজুত জুই জ্বলায়, সেই জুই আনে কেতিয়াও নুমাব নোৱাৰে। জগতত যিয়ে যিমান কম ভাবে, সিয়ে ইয়াত সিমানে সুখী। তুমি ক'বৰাৰ নিচিনা নজনা ভিকহু এজনীক মটৰেৰে অতৰ্কিতে চেপি মাৰি আজি ইমানদিনে এইদৰে ভাবি ভাবি চেৰা-বলীয়া হৈ ফুৰিছা। মই ইচ্ছা কৰি "বেহ্‌" দি, মদ খাই বে-হুচিয়াৰী হৈ তিনিটাকৈও নগৰৰ ভাল মানুহ বধ কৰিও আজি মহানন্দে দোকানত বহি, পৰতা মাংস চোবাইছোঁ। ভাল কাম কৰিবলৈ অন্তৰত ভাঙৰ বল লগাৰ দৰে বেয়া কাম কৰিবলৈকো অন্তৰত ডাঙৰ বল লাগে।

হৰিশে যেন নতুন এটা, কাণেৰে শুনা শক্তি পোৱাৰ দৰে গভীৰভাৱে মনোনিৱেশ কৰি স্বৰূপৰ কথাবোৰ একান্তমনে শুনি গ'ল। স্বৰূপে হৰিশৰ মনোযোগ দেখি, উৎফুল্ল হৈ সামান্য অৰ্থপূৰ্ণ চুটি হাঁহি এটি মাৰি, টেবুলৰ তলৰ পৰা "ৰামৰ" বটল এটি উলিয়াই আনিলে। আৰু হৰিশৰ চকুৰ আগতে টেবুলৰ ওপৰত থৈ, কেইচোকমান মদেৰে তিতিটো জীপাই লৈ আৰু যেন বেছি উচ্ছ্বাসত অন্তৰ খুলি কথাৰ মহলা মাৰিবলৈ আৰম্ভ কৰিলে।

হৰিশে তথাপি কোনো প্ৰতিবাদ নকৰি বা উঠি গুচি যোৱাৰ কোনো চেষ্টা নেদেখুৱাই, আগৰদৰে নিৰিষ্টচিত্তে স্বৰূপৰ কথালৈ কাণ পাতি ৰ'ল। স্বৰূপে শুকান হাঁহি এটা মাৰি হৰিশক গাত ধৰি জোকাৰি অভিৱাদন কৰি ক'লে, মই জানো হৰিশ, তোমাৰ সন্মুখত কৰিলেও তুমি আজি মোৰ এই বেয়াদপি মাফ্ কৰিবা। মোৰ সম্পূৰ্ণ মনত আছে তুমি এই মদখোৰা কচুৰৰ কাৰণে তোমাৰ জগত হেণ্ডিমেনক এদিন মাৰ-ধৰ কৰি কামৰ পৰা বৰখাস্ত কৰিছিলা। কিন্তু সেই দিন আৰু আজিৰ দিনৰ বহুত তফাৎ আছে। তুমি আজি আৰু কোনো গাড়ীৰে ড্ৰাইভাৰ হৈ থকা নাই। তুমি নিজেই আজি অচল গাড়ী এখনৰ দৰে হৈ ড্ৰাইভাৰ বিচাৰি য'তে ততে খুন্দিয়াই ফুৰিছা। মই তোমাৰ সেই ভগা গাড়ীখন আজি বিচাৰি পাইছোঁ। আৰু তাকে নতুন বাট দেখুৱাই দেখুৱাই কেদিনমান চলাই লৈ ফুৰিম। গতিকে মই তোমাৰ জগত হেণ্ডিমেন নহয়। মই তোমাৰ স্বৰূপ ড্ৰাইভাৰ। তুমি মোৰ সেই ভগা গাড়ীখন।

স্বৰূপে কথাৰ মাজে মাজে বৈ থনাই থনাই টেবুলৰ তললৈ হাত নিবলৈ ধৰিলে। আৰু তাৰ লগে লগে ক্ৰমান্বয়ে তাৰ কথাৰ যোৰাবোৰ অসংলগ্ন হৈ আহিল। মদৰ বিকৃত গন্ধে বন্ধ সৰু খোঁটালীটোৰ বতাহখিনিও দুৰ্গন্ধময় আৰু গধুৰ কৰি তুলিলে। তাৰ চকুৰ মণিৰ কাঁচখন কাঁচৰ নিচিনাই নিশ্চল আৰু ভাষাহীন হৈ পৰিল। দুৰ্ব্বল আৰু অসংযত হৈ তাৰ হাতৰ ঠাৰ-চিয়াঁৰবোৰ ক্ৰমে নচলা হৈ আহিল।

* * * *

মেজৰ তলৰ জুয়োটাকৈ বটল নিগৰি শেষ কৰি স্বৰূপে যেতিয়া সম্পূৰ্ণ বে-হুঁচ হৈ দোকানৰ পৰা ওলাই আহি আলিবাটত থিয় দিলে

তেতিয়া বাত্তি ভালেমান পাৰ হৈ গৈছে। বৰষুণ সম্পূৰ্ণৰূপে এৰা নাই। বাহিৰত কৃষ্ণপক্ষৰ চকুত আঙুলি দিলেও নমনা ডাঠ গোটমৰা আন্ধাৰ। ক'তো জন-মানৱ নাদাগে আনকি গৰু খোঁৱা এটিও চকুত পৰা নাই।

বেলৰ আলিৰ কাষে কাষে সৰু সুৰসুৰীয়া কাঁইটীয়া গছেৰে আগুৰা ঠেক বাট। স্বৰূপে অতি কষ্টে নিজক চম্ভালি সেই বাটেৰে খোজ কাঢ়ি আহিবলৈ ধৰিলে। লগত তাৰ জোৰ কৰি ধৰি বান্ধি অনা অসহায় হৰিশ। স্বৰূপৰ এতিয়া একমাত্ৰ কথা, প্ৰতিজ্ঞা আৰু পণ, সি যেনে তেনেই আজি হৰিশক তাৰ নিজৰ ঘৰলৈ নিবই নিব। ইমান দিনৰ চিনাকি হলেও হৰিশে কেতিয়াও স্বৰূপৰ ঘৰলৈ যোৱা যে নাই এই অপমান আৰু সি বেছিদিন সহ্য কৰি থাকিব নোৱাৰে। আজি অন্ততঃ একো নকৰিলেও তাৰ ঘৈণীয়েকক সি এবেলি চাই আহিব লাগিব।

...খেৰৰ জুপুকা মৰা এটা সৰু ঘৰ। সন্মুখত পাৰি দিয়া তামোল গছৰ ঠেক সাঁকো। চাৰিওপিনে ঢাকি দিয়া টিন পাতৰ এখন চকোৱা। দুৱাৰত ভিতৰৰ পৰা ডাং দিয়া বাঁহৰ জাপ এখন। ভিতৰত কিজানি তেলৰ টিমিকি টিমিকিকৈ নিস্তেজ চাকি এটা জ্বলিৰ লাগিছে।

স্বৰূপে আক্ৰোশত জাপত খুন্দিয়াই চিঞৰি মাতিলে—পিয়াৰী পিয়াৰী! দুৱাৰ খুলি দে মই আহিছোঁ। বহুপৰলৈ ভিতৰৰপৰা কোনো সঁহাৰি নাহিল। কাৰো মাতো শুনা নগল। স্বৰূপে অস্থিৰ আৰু বেছি ভমক্ দেখুৱাই দুৱাৰত ঠেলি মাতিলে।—

—পিয়াৰী, দুৱাৰ খুলি দে। মই মদ খাই অহা নাই। নুখুলিলে তোৰ বিপদ আছে।

জ্বলি থকা তেলৰ চাকিটো যেন কিছু লাহে লাহে বাঢ়ি উঠিল। ইকালে সিকালে লৰচৰ কৰা দুখন ভৰিৰ কিছু জাননী পোৱা গ'ল। দুৱাৰৰ ডাংডাল শব্দেৰে মাটিত বাগৰি পৰিল। দুৱাৰৰ কাঁকেদি হাতৰ চাকিৰ পোহৰত এইমাত্ৰ টোপনিৰ পৰা আৰামত উঠি অহা,

এখনি থুনীয়া গাভৰুৰ মুখ দেখা দিলে। গাভৰুৰ চকুত টোপনিৰ জড়িমাই নৈতে লাগি থকা অপূৰ্ব ৰূপৰ মলিন কৰুণ জেউতি। চকুৰ পাৰত শুকাই থকা দুৰ্বহ দুখৰ জীৱনৰ শুকান ডপত চকুৰ পানীৰ চিন। দেহত সম্পূৰ্ণ নিভাঁজ অসমীয়া সাজ-পাৰ।

খোঁটালীৰ মাজলৈ হৰিশক ঠেলি নি, জোৰ কৰি হাত ভগা কাঠৰ অসমান চকী এখনত বহুৱাই লৈ, স্বৰূপে আস্ফালন কৰি গোটেই খোঁটালীতে এবাৰ ঘূৰি ললে আৰু গৰ্বত হৰিশৰ ওচৰলৈ আহি কলে —

—এয়েই মোৰ ঘৰ হৰিশ! আৰু এয়েই মোৰ পিয়াৰী, বেগম-ছাহেবা বা ছাহাজাদি। বুজিছো তোমাৰ সন্দেহ হৈছে। তুমি অবিশ্বাসৰ চকুৰে বিস্ময়ত মোৰ পিনে চাইছা। কিন্তু সন্দেহৰ কোনো কাৰণ নাই। ই কোনো লুক-চাককৈ ৰখা চোৰাং বস্তু নহয়। মোৰ নিজ বাহুবলেৰে উপাৰ্জ্জন কৰা সামগ্ৰী।

"জুঁঠ ন কঁহে ষ' কঁহে ঐসি,
জেহি কো লাঠি সেহি কো ভৈঁসি"।

স্বৰূপে ডিঙি খুলি শুকান কাঠ হাঁহিৰে ঘৰটো বনুজনাই কেৰা বেলিও কৰিৱতা কাঁকি আওৰাই আওৰাই অলপ সাম্য হল। আৰু গভীৰ বিশ্বাসত হৰিশৰ ওচৰ চাপি আহি, গাভৰুৰি প্ৰত্যয় জন্মাবলৈ অশেষ চেষ্টা কৰি বৰ কৰুণভাৱে কবলৈ ধ'ৰিলে—

তুমি অবিশ্বাস কৰিলে মই প্ৰাণত বৰ দুখ পাম হৰিশ, সঁচাকৈয়ে এই গাভৰু মোৰ ধৰ্ম্মপত্নী। অৱশ্যে ঢোল-কাঁহ বজাই, মানুহক ভোজ-ভাত খুৱাই মই তাইক বিয়া কৰোৱা নাই। কিন্তু অশেষ যন্ত্ৰণাৰ নৰকৰপৰা তাইক মই নিজে উদ্ধাৰ কৰিছো। আৰু সেই কৃতজ্ঞতাৰ গুণত তাই মোৰ ওচৰত ঋণী। তাই সত্ত পুৰোহিতৰ ঘৰৰ অসমীয়া ব্ৰাহ্মণৰ ছোৱালী। তুমি জাতিত শূদ্ৰিৰ। সেই কাৰণে তুমি তাইৰ ভৰি চুই প্ৰণাম কৰিব লাগে।

কথাৰ মাজতে স্বৰূপে হৰিশৰ চকুলৈ চাই হঠাতে বাধা পোৱাৰ দৰে বৈ গ'ল। আৰু অলপ বোষত হৰিশৰ হাতৰ মুঠিত ধৰি কলে—

বুজিছোঁ, এতিয়াও তোমাৰ চকুৰপৰা অবিশ্বাস যোৱা নাই। তুমি এতিয়াও কৌতূহলত অবাক হৈ মোৰ চকুলৈ চাই আছা। এই অবিশ্বাসেই পৃথিৱীত যত অনিষ্টৰ মূল। আৰু ইয়াৰে সহায় লৈ যত ছলচক্ৰান্ত, অত্যাচাৰ-অনাচাৰ, ফাঁকি-প্ৰৱঞ্চনা চলে। বাৰু, মই নিজে একো নকওঁ। তুমি নিজে সুধিব লাগিব। তুমি নিজে সুধি উলিয়াব লাগিব, কোন গাওঁৰ কোন ব্ৰাহ্মণ কুলত তাইৰ জন্ম। বিধৱা হৈ কোন অভিভাৱক ভিনীহিয়েক সাত্ত্বিক পুৰোহিতৰ ঘৰত থাকি তাই পতিতা হয়। আৰু কেনেকৈ সেই পাষণ্ড ভিনীহিয়েক কামাখ্যাৰ বিধৱা আশ্ৰমত আশ্ৰয় দিম বুলি তাইক প্ৰৱঞ্চনা কৰি আনি, আমিনগাওঁৰ ৰেল ষ্টেচনত টিকিট কিনিব যোৱাৰ ছল কৰি এৰি থৈ গ'ল। আৰু কেনেকৈ তাৰপৰা কতজন শঠ, লম্পট অনাচাৰী, অত্যাচাৰীৰ হাত সলাই সলাই এদিন তাই পতিতালয়ত উঠেগৈ আৰু তাৰেপৰা অৱশেষত স্বৰূপ সিঙৰ হস্তগত হয়।

কথাবোৰ কৈ কৈ যেন স্বৰূপে অদ্ভুত এটা খঙৰ ভমকত নিমিষতে উত্তলি উঠিল। আৰু ঘৰৰ একোণত নিশ্চল হৈ ওৰণীৰ আঁৰত লুকাই থকা গাভৰুৰ কাষ চাপি ভীষণ বোষত কলে,

বাৰু, তুমি নিজে সিমান কষ্ট কৰিব নালাগে। ময়ো সেই পাষণ্ড সকলৰ পৈশাচিক কাহিনীবোৰ দোহাৰি কৈ মোৰ মুখ অপৱিত্ৰ নকৰোঁ। যি মুখে অতদিনে সেই পাপবোৰ নিৰবে সহ্য কৰি আছিছে, সেই মুখে আজি সেই পাপৰ কাহিনীবোৰ কুটাই খুলি কব।

স্বৰূপে অদ্ভুত এটি আক্ৰোশত গাভৰুৰ হাতত ধৰি প্ৰথমে মুখেৰে কথা উলিয়াবলৈ নানা অনুৰোধ কৰিলে, অনুৰোধ অনুযোগ গৈ শেষত আক্ৰমণত পৰিণত হ'ল। অৱশেষত স্বৰূপে খঙত বিকৃত কদাকাৰ মূৰ্ত্তি এটা ধাৰণ কৰি, গাভৰুৰ ডিঙিত ধৰি কুৎসিতভাৱে বল প্ৰয়োগ কৰিলে। কষ্টত, ক্লেশত, অসহায় গাভৰুৰ কণ্ঠৰ পৰা কাতৰ

বিননি মাথোন ফুটি ওলাল।  তাৰ বাহিৰে অইন কোনো কথা এটিও নসৰিল।

হৰিশে মোহাবিষ্টৰ দৰে সেই দৃশ্য চাই হঠাতে এবেলি ভীষণ সজীৱ হৈ আত্ম-প্ৰকাশ কৰি উঠিল আৰু গাভৰুৰ ওপৰত হোৱা অত্যাচাৰত বাধা দিবলৈ স্বৰূপৰ বিপক্ষে দেহৰ সমগ্ৰ শক্তি প্ৰয়োগ কৰিলে। বহুপৰে হৰিশৰ সৈতে যুঁজি-বাগৰি, স্বৰূপে বিৰক্তিত অকথ্য ভাষাৰে গাভৰুৰ প্ৰতি নানা অৱজ্ঞা প্ৰকাশ কৰি ঘৰৰ পৰা বাজ ওলাই আহিল।  তাৰ পিছত আৰু হাজাৰ চেষ্টা কৰিও বুজাই-বঢ়াই হৰিশে তাক সেই ৰাতি ঘৰলৈ ওভতাই নিব নোৱাৰিলে।

* * *

বহুপৰেও আলিবাটত টনা-আঁজোৰা কৰি, কথা-বতৰা কৈ সাম্য কৰাই স্বৰূপক ঘৰলৈ ওলটাই নিব নোৱাৰি, হাৰমানি হৰিশে যেতিয়া তাৰ ঘৰ পায়গৈ তেতিয়া ৰাতি প্ৰায় শেষভাগৰ ওচৰ চাপিছে। বাটেপথে আনকি উদণ্ডুৰা অঘৰী কুকুৰবোৰেও তেতিয়া অলপ শান্ত হৈ জিৰণি লৈছে! বিছনাত, মাকৰ তাৰ ভৰ টোপনি। তাৰ কোঠালীত, মূৰ-শিতানত সাজি থোৱা ভাতৰ কাহী-বাটিবোৰৰ ওচৰত হেৰিকেনটো ধোঁৱাৰে ক'লা পৰি কোনো ৰকমে টিমিক্-টামাককৈ জ্বলি আছে।

হাতত সাৰে ভৰিত সাৰে মাকক জান নিদিয়াকৈ, হৰিশে চোৰৰ দৰে ঘৰত সোমাই, টোপনিত লালকাল দি থকা মাকৰ মুখখনিলৈ এবেলি চালে আৰু ভয়ে ভয়ে সাজি থোৱা ভাতৰ পাতত বহি, সেইদৰে সাৰ-সুৰ নোহোৱাকৈ খোৱা শেষ কৰি বিছনাত দীঘল দি শুই পৰিল গৈ।

আন্ধাৰ ঘৰ, হৰিশৰ চকুৰ আগত, অন্ধকাৰৰ মাজেদি সিদিনাৰ দিনৰ সকলো অভিজ্ঞতাৰ ছবিবোৰ এটি এটিকি বাগৰৈ যাবলৈ ধৰিলে। হৰিশে বৰ তন্ময়েৰে তাৰ প্ৰতিটোৰে তাৎপৰ্য্যবোৰ বিচাৰি চাবলৈ চেষ্টা কৰিলে।

প্ৰথমতে হৰিশে অলপ ভাবি বিচলিত হৈ উঠিল যে, আজিয়েই তাৰ সেই ঘৈণীয়েক মৰা, সি ছয়গাওঁলৈ যোৱা অশুভ দিনটো। অথচ কি আচৰিত ভাৱে বাস্তিপুৱাৰে পৰা আজি সি সেই কথাটোকে পাহৰি আছিল। এই দিনটোতে তাৰ জীৱনত যত অঘটন এপিনৰ-পৰা ঘটি আহিছে। তেনেহলে আজিৰ দিনবো ঘটনাবোৰ সি কেতিয়াও ৰহস্যপূৰ্ণ বুলি নধৰি থাকিব নোৱাৰে।

হৰিশে অলপ দকৈ ভাবি চাই পালে যে, স্বৰূপসিংহঁতক গধূলি দোকানত লগ পোৱা ঘটনাটোৱেই আজিৰ দিনৰ অতি অদ্ভুত ঘটনা।

জেলখানাৰ পাছৰপিনে, বেলৰ আলিৰ কাষৰ, চোৰ, লম্পট, মদপীৰ খোবোঙ, সেই চাহৰ দোকানবোৰ। তালৈ যোৱা নালাগে তাৰ অস্তিত্বকে সি মনে মনে ঘিণ কৰে। তেনেহলে আজি তাক কিহে সেইপিনে টানি নিছিল? সিতো জীৱনত কোনো দিনেও সেই অপথত খোজ দিয়া নাই।

তাৰ পিছত। যদি সেইপিনে ভুলতেও গৈছিল, জগত, নিৰঞ্জন, তক্‌জল সেই দুৰ্দ্দান্তবোৰক তাত বহি থকা দেখিও, সি কেলেই দোকানৰ ভিতৰলৈ সোমাই গ'ল? তাকচোন আল্লাহ্‌ দি কোনেও দোকানৰ ভিতৰলৈ যাবলৈ অনুৰোধ কৰা নাছিল।

দোকানৰ ভিতৰতো, সি বা কেলৈ স্বৰূপক তাৰ আগতে বহি চোকে চোকে সেইদৰে মদ খাই বলীয়া হবলৈ দিলে? সি দেখোন জীৱনত কেতিয়াও তেনেকুৱা দৃশ্য কতো সহ্য কৰি চাই থকা নাই। স্বৰূপক বাধা দিব নোৱাৰিলেও, সি চোন তাৰ লগৰ পৰা উঠি আঁতৰি আহিব পাৰিলেহেঁতেন। তেনেহলে সি কেলৈ সেইদৰে আজি স্বৰূপৰ লগত অচেতন হৈ বহি থকাৰ দৰে বহি ৰ'ল?

সকলোৰে শেষত, ৰক্তপৰ ঘৰৰ সেই বেয়া দৃশ্যবোৰৰ। অসহায় দুৰ্ভগীয়া এজনী তিকতাৰ ওপৰত এনে কুৎচিত, জঘন্য অত্যাচাৰ আৰু লাঞ্ছনা। তাকেই বা আজি সি দেখাৰ তাৎপৰ্য্য কি?

হৰিশে যিমানেই ভাবিলে সিমানেই এটি কথা তাৰ মনত পৰিস্ফুট হৈ উঠিল যে, আজি গোটেই দিনটো সি সজ্ঞানে সচেতন অৱস্থাত কেতিয়াও ফুৰা নাছিল। এটা অদৃশ্য কিবা শক্তিয়ে তাক নিজ ইচ্ছামতে যেন যেনি-তেনি ঘূৰাই লৈ ফুৰিছিল।

হৰিশে আৰু দৃঢ়ভাৱে ভাবিলে, সেই অদৃশ্য শক্তিৰেইবা তাক তেনেকৈ লৈ ফুৰাৰ উদ্দেশ্য কি?

গৈ গৈ তাৰ চিন্তা সেই ৰক্তপৰ ঘৰত দেখা গাভৰুৰ ওপৰত কেন্দ্ৰীভূত হলগৈ। সি আজিৰ দিনটোত উদ্ধাৰ কৰা গাভৰুৰ জীৱন বৃত্তান্তৰ সকলো ঘটনা এপিনৰপৰা মনতে উদ্ঘাটন কৰি যাবলৈ ধৰিলে।

—সুদূৰ অচিন গাওঁত ওপজা এজনী সবল ছোৱালী।

* * * অকাল বৈধব্যৰ অভিশাপ! দুৰ্ব্বল ইন্দ্ৰিয়ৰ প্ৰবোচনা! নিষ্ঠুৰ আৰু নিৰ্মম বিশ্বাসঘাটকতা! তাৰ পিছত প্ৰতিহিংসামূলক ক্ৰুঢ় সমাজৰ সম্মিলিত বঞ্চনা আক্ৰমণ। আৰু সিদিনাৰ পৰা আজিলৈকে সকলোতে অৱহেলা, অত্যাচাৰ লাঞ্ছনা গঞ্জনা আৰু নিকৰুণ নিৰ্য্যাতন!

হৰিশে উত্তেজিত হৈ চকুৰ টোপনি কাতি কৰি থৈ আৰু বেছি আৱেগেৰে কথাবোৰ ভাবিবলৈ ধৰিলে। সি বেছি যত্নেৰে ভাবি উলিয়াবলৈ চেষ্টা কৰিলে। সেই অসহায়া গাভৰুৰ প্ৰতি তাৰ জীৱনৰ কিবা কৰ্ত্তব্য আছেনে নাই? আৰু যদি নায়েই তেনেহলে আজি কেনৈ এনে আন্তৰিক ধৰণে সকলো কথাবে সত্তেদ তাৰ চকুলৈ আহিল।

হৰিশৰ দুৰ্ব্বল আৰু চিন্তাগ্ৰস্ত মগজুৰ পাকবোৰ অতি কোবাল বেগেৰে যেনি তেনি খেলি মেলি হৈ ঘূৰিবলৈ ধৰিলে। সি জগতৰ

সমাজৰ ভণ্ডামী, অন্যায়, অবৈধ আচৰণৰ কথা ভাবি ভাবি খণ্ডতে উৎক্ষীপ্ত হৈ উঠি বহিল। সি কেৱল আন্ধাৰ কোঠালীৰ আন্ধাৰৰ বুকত এযুৰি সহায়হীন সকৰুণ চকু তাৰ আগত ভাহি ফুৰা দেখিবলৈ ধৰিলে। সেই চকুযোৰে যেন বৰ ডাঙৰ বিপদ এটিত পৰি আকুলি বিকুলি তাৰ পিনে চাইছে। তাৰ পৰা যেন অতি হাবিয়াস কৰি কিবা ডাঙৰ অনুগ্ৰহ এটি আশা কৰিছে। তাক যেন বাৰে বাৰে অনুৰোধ কৰি নিজৰ অন্তৰৰ বেদনাৰ কথা জনাই কোনোবাপিনে আগবঢ়াই নিবলৈ বিচাৰিছে। চাই চাই উত্তেজিত হৈ হৰিশে আৰু বেছি পৰ সেই চকুজুৰিলৈ চাই থাকিব নোৱাৰিলে। সি তাৰ দুয়োহাতেৰে নিজৰ চকু দুয়োটি ঢাকি বন্ধ কৰি বৰ আচৰিত হৈ ভাবিলে। সেই চকুযুৰিৰ ভাব, ভাষা আৰু আকুলতাৰ বৰ ডাঙৰ এটি সাদৃশ্য আছে!

কঠিনকৈ মনটো বান্ধি, হঠাতেই সহল্প স্থিৰ কৰি লৈ, হৰিশে সেই উত্তপ্ত মগজুৰে সৈতে ঘৰৰ মজিয়াত নামি থিয় দিলে। আৰু যত্নেৰে কাকো কতো জান নিদিয়াকৈ বৰ ডাঙৰ দৃঢ় প্ৰতিজ্ঞা এটি লৈ, ঘৰৰ পৰা বাজ ওলাই আহিল।

* * * স্বৰূপ সিঙৰ সেই সৰু জুপুৰি ঘৰটো। দুৰ্ব্বল তামোল গছৰ সেই সাঁকোডাল। টিনৰ চাৰিওফালে যেৰা ডাঙৰ চকোৱাথন। টিমিকি-টিমিকি জ্বলা ঘৰৰ ভিতৰৰ তেলৰ চাকি গছি। হৰিশে ডাঙৰকৈ শুনা বুকুৰ ঢপঢপনি বন্ধ কৰি, কানি দুৱৰীকৈ মেল খাই থকা জাপ খনৰ ওচৰচাপি, তাৰ ফাঁকেদি চকুছুটি দি ঘৰৰ ভিতৰলৈ জুমি চালে। মজিয়াৰ শুদা মাটিৰ ওপৰত লাল কাল দি ভাগৰি তাৰ সেই চকুযুৰি আৱেশত অৱশ হৈ যেন শুই আছে। দুচকুৰ দুকাষেদি নিগৰি ওলোৱা দুধাৰি বেদনাৰ চকুলো মাটিত বাগৰি শুকাই গৈছে।

তন্ময়ৰ আকৰ্ষণত পৰি হৰিশে আৰু বেছি একাগ্ৰতা লৈ চাকিৰ পোহৰত সেই আৱেশৰ ঘুমন্ত চকুযুৰিলৈ একেথৰে চাই ৰ'ল। আৰু উত্তেজিত মগজুত খেলি-মেলি হৈ থকা ভাৱবোৰে এটা সুস্পষ্ট দৃঢ় সঙ্কল্প লৈ লাহে লাহে সজাগ হৈ উঠিল। সি অতি সতৰ্কে জাপখনৰ কাষেদি বাট উলিয়াই এটা ডাঙৰ আক্ৰোশ লৈ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। ঠিক দুঘণ্টা আগতে ঘৰটো সি যি অৱস্থাত এৰি থৈ গৈছিল, ঠিক সেই অৱস্থাত এতিয়াও পৰি আছে। স্বৰূপে উভতি অহাৰ তাত কোনো সন্দেহেই পাবলৈ নাই। হৰিশে তাৰ সঙ্কল্পৰ কথা ভাবি, মনত এটি ডাঙৰ অস্থিৰতা লৈ কোঠালীটোৰ চাৰিউপিনে এবেলি ঘূৰি চালে। হঠাতে বিছনাৰ মূৰ শিতানত বেৰত আঁৰি থোৱা এটা নতুন বস্তুত চকু পৰি সি এনেই এবেলি উচপি উঠিল। সি দেখিলে স্বৰূপৰ কৃপাণখনে সেই ঠাইৰ পৰা এটা অদ্ভুদ আৱেদন লৈ, সেই চাকিৰ ক্ষীণ পোহৰতো যেন অতি উজ্জলকৈ জলি তাৰ পিনে ৰব একান্ত মনে চাই আছে।

* * * *

তাৰ সপ্তাহদিয়েক মান পিছত। হঠাতে স্বৰূপে বস্তিয়া ডাকঘৰৰ মোহৰ মৰা হৰিশৰ নামৰ চিঠি এখনি পাই ৰব লৰালৰিকৈ খুলি চালে। কিন্তু অশেষ চেষ্টাৰ পিছতো সেই দুৰ্ব্বোধ্য চিঠিখনিৰ অসংলগ্ন আৰু অসংযত কথাবোৰৰ কোনো ৰহস্যকে উদ্ধাৰ কৰা নগল। মাত্ৰ বুজা গ'ল, হৰিশৰ মস্তিষ্কৰ সুস্থতা কিবা অদ্ভুত এটি কাৰণত পৰি, সমূলি বিনষ্ট হৈছে। ঘৰৰ পৰা কিবা আচৰিত এটি প্ৰায়শ্চিত্তৰ সঙ্কল্প লৈ হেনো সি নিৰুদ্দেশ হৈ ওলাই গৈছে। আৰু হাতত শক্তি আৰু সাৱধি হিছাবে অকল স্বৰূপৰ কৃপাণখনেই বৰ্ত্তমান।

* * * *

আৰু সপ্তাহদিয়েক মানৰ পিছত। এদিন কাল সন্ধিয়া। জেল-খানাৰ পিছৰ কালে বেল আলিৰ দাঁতিৰ সেই একে পৰত্তা-বাংসৰ

তাই অলপমান ডাঙৰ হলেই, মাকৰ পিয়াহ এৰিলেই, তুমি এদিন আহি তোমালোকৰ ঘৰলৈ লৈ যাবাহি।

সেউতী বাইৰ হাতৰ আৰু কোলাৰ এই প্ৰথম মৰমৰ পৰশ পাই মোৰ সৰু অন্তৰখন সিদিনা আনন্দত একেবাৰে অধীৰ হৈ উঠিলি উঠিল। তাৰ পিছত মই যে আৰু এদণ্ডও তাত ৰব নোৱাৰি, কেৱল এটি সুবুজা উন্মাদনাত আকৌ ঘৰৰ অভিমুখে উৰ্দ্ধশ্বাসে দৌৰিবলৈ ধৰিলোঁ।

এইদৰে দৌৰি আহি আহি, আমাৰ চোতালৰ মুৰতে আইতাক পাই, কিয়জানো কব নোৱাৰাকৈয়ে মই তেওঁক জোৰেৰে বুকুত সাবটি ধৰিলোঁ। আৰু কিবা এটি উচ্ছ্বাসত যেন অকস্মাতে নিৰ্বোধৰ দৰে কৈ পেলালোঁ।

—আইতা! আইতা! তোমাক মই আজি এটি কথা কম, শুনিবা নেই?

মই ইমান উচ্ছ্বাসেৰে কবলৈ বিচৰা দেখি আইতাই বোধকৰোঁ কিবা এটি সন্দেহ কৰিলে আৰু সেই সন্দেহত, তৎক্ষণাৎ মোৰ চকুলৈ পোন্দোৱাকৈ চাই অতি খঙেৰে সুধিলে,

—সোণ! মই নিশ্চয় জানোঁ, তই আজি কিবা এটা ডাঙৰ জগৰ লগাই এই দৰে ঘৰলৈ দৌৰি আহিছ।

মই আৰু কথাটো বেছিপৰ লুকাবলৈ চেষ্টা নকৰি, হঠাতে কৈ পেলালোঁ।

—আইতা! তুমি সন্দেহ নকৰিবা। মই অইন কোনো ডাঙৰ জগৰ লগাই অহা নাই। কেৱল ফুলতে গৈ গৈ এবেলি সেউতী বাইৰ ঘৰৰ ওচৰ পাইছিলোঁ। দূৰৰ পৰাই চাই দেখিলোঁ, তেওঁৰ ঘৰৰ পিৰালিতে ডাকিটা ধুনীয়া ধুনীয়া ৰেকুৰী পোৱালি বেৰালি

কৰি ফুৰি আছে। তাবে আটাইতকৈ বেছি ধুনীয়া বগা ফুটফুটীয়া মেকুৰী পোৱালিটো তেওঁ মোক দিম বুলিছে। মই পোৱালিটো আমাৰ ঘৰত পুহিবলৈ আনিম দেই ?

ইমান আবেগেৰে কোৱা স্বত্বেও আইতাই মোৰ অন্তৰৰ আকুলতা খিনি বুজিবলৈ অকণো চেষ্টা নকৰিলে, বৰং অতি কুৎসিত নিৰ্মম এটি আক্ৰোশত, মোক হাতত ধৰি চোঁচৰাই টানি নি, তেওঁৰ তাঁত-শালৰ খুটি এটাত, জৰাৰে টানি টানি বান্ধি লৈ, এছাৰি এডালেৰে অতি নিষ্ঠুৰ ভাৱে কোবাবলৈ ধৰিলে।

নেজানো কেলেই আইতাৰ সেই অন্যায় শাসন আৰু অকাৰণ আক্ৰোশৰ বিৰুদ্ধে মোৰ শিশুমনটোৱে সিদিনা অতি দুৰ্ঘোৰ প্ৰতিবাদ কৰি উঠিল। আৰু সেই চেঙালুটি পৰা পিঠিত নিৰ্মম কোব বোৰ খায়ো, মই ধঙত কেৱল চিঞঁৰি চিঞঁৰি কবলৈ ধৰিলোঁ,—

—আইতা ! আইতা ! ই তোমাৰ অন্যায়। ই তোমাৰ ভুল ! সেউতী বাইৰ গাত কোনো দোষ নাই ! তুমি নাজানা সেউতী বাই অতি ভাল মানুহ ! তুমি মোক হাজাৰ মাৰিলেও, কোবালেও মই সেউতী বাইৰ তালৈ যামেই। সেউতী বাইক ভাল পামেই * * *

মোৰ মুখৰ বোধকৰোঁ এই ভীতিপূৰ্ণ কথাবোৰ শুনিয়েই, আইতাই সিদিনাৰ পৰা মোৰ পহৰাত আৰু বেছি সতৰ্ক হৈ পৰিল। আৰু মই বাৰীৰ মাজেৰে, সেউতী বাইৰ ঘৰৰ ফাললৈ লুকাই চুৰকৈ যাব পৰা মোৰ সম্ভাব্য অসম্ভাব্য সকলো বাট-পথকেই একেবাৰে বন্ধ কৰি দিলে।

লাভৰ ভিতৰত, সিদিনাৰ পৰা ঘৰৰ ভিতৰতেই মই একপ্ৰকাৰ এটি অন্তৰীণ বন্দী জীৱন যাপন কৰিবলৈ ধৰিলোঁ।

মোৰ চিন্তা হল কেৱল দুটা।

কেনেকৈ সেউতী বাইৰ ঘৰৰ লগত মোৰ আগৰ সেই সংযোগটো পুনৰ স্থাপিত কৰিব পৰা যায়, কেনেকৈ তেওঁ দিব খোজা সেই

মেকুৰী পোৱালিটো পোহাৰ কাৰণে এদিন গৈ তেওঁক তাৰ পৰা আনিব পৰা যায় !

এইদৰে ভাৱোঁতে ভাবোঁতে হঠাতে এদিন এটা নতুন উপায় মোৰ মগজুৰ মাজেদি বিজুলিয়াই গ'ল ।

মই ভাবি পালোঁ যে সেউতী বাইৰ ঘৰৰ লগত আগৰ সেই সম্বন্ধ স্থাপন কৰাটো, নাইবা তেওঁ দিব খোজা সেই মেকুৰী পোৱালিটো আমাৰ ঘৰলৈ অনাটো হয়তো আৰু কোনো দিনে সম্ভৱপৰ নহবও পাৰে। কিন্তু কেনেবাকৈ যদি এদিন গৈ সেই মেকুৰী পোৱালিটো আনি মই মুকুটক দিব পাৰোঁ, আৰু তাৰ ঘৰতেই তাৰ নিজৰ মেকুৰী পোৱালিৰ দৰেই ৰাখিব পাৰোঁ, তেনেহলে তাত আৰু কোনো বাধা নাই। আৰু হয়তো তেনে কৰিলে আইতাই কোনো দিনেই আচল কথাটোৰ একো সম্ভেদ নেপাবও পাৰে।

মই যিমানেই এই কথাটো ভাবিবলৈ ধৰিলোঁ, সিমানেই কেনেবাকৈ এদিন পলাই সেউতী বাইৰ ঘৰলৈ যোৱাৰ কাৰণে মোৰ মনটো উত্তাৱল হৈ পৰিল। আৰু মই অধৈৰ্য্য হৈ দিনে নিশাই কেৱল তাৰেই সুযোগ অন্বেষণ কৰিবলৈ ধৰিলোঁ।

এদিন হঠাতে দুপৰীয়া সেই সুযোগ আহি পৰিলহি। সিদিনা আইতাৰ শাসনৰ আৰু শ্যেন-দৃষ্টিৰ কিছু যেন শিথিলতা দেখি মই আকৌ বাৰীৰ ভিতৰত সোমাই পৰিলোঁ। আৰু ঠিক যেন বন্দী হোৱা জন্তু এটাৰ দৰেই ইপিনে সিপিনে খুন্দিয়াই, বাট বিচাৰি সীমাৰ ওখ হুকুটি চকোৱা আৰু নানা হেঙাৰ অতিক্ৰম কৰিও কেনেবাকৈ সেউতীবাইৰ ঘৰৰ ওচৰৰ সেই পাণ-তামোলৰ বাৰীখন পালোঁগৈ আৰু তাৰে পৰা কেৱল উৰ্দ্ধশ্বাসে দৌৰিবলৈ ধৰিলোঁ।

ইমান দিনৰ এই বাধা আৰু নিষ্পেষণত বোধকৰোঁ মোৰ অন্তৰৰ আৱেগটো সিদিনা আৰু বেছিকৈ উথলি আছিল। গতিকে সেউতী বাইৰ ওচৰ পায়েই, তেওঁক চোতালতে ধৰিব এটা লৈ মহুৰা

ফুৰাই থকা দেখিছেঁই ; মই আৰু বৈ থাকিব নোৱাৰিলোঁ। একেবাৰে পিছপিনৰ পৰা গৈ, তেওঁৰ ডিঙিত ডালকৈ সাৱট মাৰি ধৰি, তেওঁৰ মূৰৰ চুলিখিনিৰ মাজত মুখখন লুকাই লৈ, কেৱল হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলোঁ।

মোক সেইদৰে কন্দা দেখি বোধ কৰোঁ সেউতীবায়ে অন্তৰত দাৰুণ এটি আঘাত পালে। আৰু লাহেকৈ মোৰ হাতখনত ধৰি; কোলাৰ ওচৰলৈ টানি আনি, অতি মৰমেৰে বহুৱাই লৈ, লাহে লাহে সুধিবলৈ ধৰিলে,

—সোণ ! তুমি আজি এই দৰে কান্দিছা কেলেই ?

সেউতী বাইৰ মৰম-সনা সেই মাতৰ পৰশত মোৰ বোধ কৰো অন্তৰৰ সকলো বেথা একেবাৰে পাৰ ভাঙি নামি আহিল আৰু মই সেইদৰেই তেওঁৰ বুকুত মুখখন থৈ, হঠাতে এবেলি সুধি পেলালোঁ,

—সেউতী বাই ! সেউতী বাই ! তোমাৰ ইয়ালৈ আহিবলৈ ওলালে আইতাই মোক এই দৰে বাধা দিয়ে কেলৈ ?

সেউতীবায়ে মোৰ এই আকস্মিক প্ৰশ্নটো শুনি কিছুপৰ থৰ হৈ ৰ'ল আৰু একো নোকোৱাকৈ মোৰ মুখৰ পিনে ৰ-লাগি চাই থাকি, অতি বেদনা-বিদ্ধৰ দৰে দুটি চলচলীয়া চকুৰে কবলৈ ধৰিলে,

—মই যে সমাজৰ পৰা বহিষ্কৃতা সোণ ! সেই কাৰণে···

সেউতীবায়ে কি কলে কথাষাৰৰ কোনো অৰ্থ বুজি নাপাই, মই আকৌ এবেলি তেওঁক সুধিলোঁ,

—সেউতী বাই ! তেনেহলে তোমাৰ ইয়ালৈ অহাটো আইতাই কোৱামতে আমাৰ অন্যায় ?

সেউতীবায়ে মোৰ প্ৰশ্নটো শুনি বোধকৰোঁ আৰু বেছি আড়ষ্ট হৈ পৰিল। আৰু কিছুপৰ সেইদৰেই থৰ হৈ থাকি, মুক্ত আকাশৰ পিনে চাই এটি হুমুনিয়াহ পেলাই, মোৰ চকুলৈ নোচোৱাকৈ কাণৰ ওচৰত অতি লাহে লাহেকৈ কবলৈ ধৰিলে—

—অকল অন্যায়ে নহয় সোণ! মোৰ ইয়ালৈ আহিলে মানুহৰ পাপ লাগে। সিহঁতৰ জাতি যায়, ধৰ্ম যায়। আৰু বোধকৰোঁ ইহকাল পৰকালো নষ্ট হয়।

কিন্তু মই কব পাৰোঁ সেইবোৰ কেবল বয়সত ডাঙৰ আৰু বুজন মানুহৰ কাৰণেই। তোমাৰ দৰে যদি অবুজন শিশু এটাই আহি এইদৰে মোৰ শুকান বুকুখনত কেতিয়াবা এখন্তেক সোমাই, দুদণ্ডৰ, কাৰণে অলপ আনন্দ দি যায়, তেনেহলে তাৰ পাপ লাগে নে নালাগে সেই কথা মই কব নোৱাৰো। সেই কথা কেবল একমাত্র অন্তৰ্য্যামী ভগবানেহে জানে।

কথাখিনি কৈ, যেন অতি ভয় পোৱাৰ দৰেই সেউতীবায়ে লাহে লাহে তেওঁৰ কোলাৰ পৰা মোক মাটিত নমাই থলে আৰু নিজেও লগে লগে থিয়হৈ লৈ, তেওঁৰ বিহাৰ আঁচলেৰে, গিৰ্ গিৰাই বৈ অহা দুয়োটি চকুৰ পানীবোৰ মচিবলৈ ধৰিলে।

সেউতী বাইৰ চকুত জীৱনত এই প্ৰথম বাৰলৈ, চকু-পানীবোৰ দেখি, মোৰ যেন মনটোত কিবা যেন এটা খেলি মেলি লাগি পৰিল। আৰু কেনেকৈ সেই অস্বস্তিকৰ পৰিস্থিতিৰ পৰা ওলাই আহিব পৰা যায় মই কেৱল তাৰেই পথ বিচাৰিবলৈ ধৰিলোঁ।

আচৰিত কথা, ইয়াৰ পিছত মোক ৰখোৱাৰ কাৰণে, সেউতী বায়েও আৰু কোনো প্ৰয়াস নকৰিলে। গতিকে মেকুৰী পোৱালিটোৰ বিষয়ে যিষাৰ কথা তেওঁক কওঁ বুলি মই ইমান উৎফুল হৈ দৌৰি গৈছিলোঁ, সেইষাৰ কথা মনৰ ভিতৰতে লৈ মই আকৌ উলটি আহিবলৈ বাধ্য হলোঁ।

বোধকৰো মনক এনেকুৱা এটি নিদাৰুণ অৱস্থাৰ মাজেৰেই মই দ-কৈ কিবা ভাবি ভাবি, সেই ভৰ দুপৰীয়া নিজান বাৰীৰ মাজে মাজে, আমাৰ ঘৰৰ ফাললৈ উভতি আহি আছিলোঁ।

এনেতে সেই মৰা-পুখুৰীটোৰ পাৰতে, হঠাতে এটি বৰ ডাঙৰ দুৰ্ঘটনা হৈ গ'ল।

পুখুৰীটো পাৰহৈ, বাঁহৰ তলে তলে যোৱা, সেই লুং-লুঙীয়া বাটটোৰে আধামান পাওঁতেই, মই হঠাতে এঠাইত, বাঁহৰ জোপোহা এটিৰ মাজৰ পৰা ওলাই অহা, কিবা অদ্ভুত কলা-মলা বস্তু এটি দেখিবলৈ পালোঁ। আৰু বস্তুটি কি একো ধৰিব নোৱাৰি, আতঙ্কত এবেলি একেবাৰে গগণ-ফলা এটা চিয়ঁৰ লগাই দিলোঁ।

সেই চিয়ঁৰৰ লগে লগে মোৰ ডিঙিৰ ভিতৰখন একেবাৰে কৰ্কৰীয়া শুকান হৈ আহিল আৰু মোৰ হাত-ভৰিবোৰ ভয় আৰু ভাগৰত তেনেই অৱশহৈ কঁপিবলৈ ধৰিলে।

মই তথাপি কোনোমতে অ'ত ত'ত ধৰি, চুচৰি চুচৰি আমাৰ পাছ ফালৰ চোতালখনৰ মূৰটো পালোঁহি। আৰু তাতেই আইতাই মোলৈ চাই ৰৈ থকা যেন দেখি, তেওঁৰ ভৰি দুখনতে অসহায় ভাবে সাবটি ধৰি, মাটিত ধঁাচ্ কৰে বাগৰি পৰি গলোঁ।

ইয়াৰ পিছত আৰু কি হ'ল, মোৰ মনত নাই।

মই যেতিয়া আকৌ এবেলি ন-কৈ সংজ্ঞা ফিৰাই পালোঁ, দেখিলোঁ মই আমাৰ ঘৰৰ ভিতৰতে, আইতাৰ বিছনাৰ ওপৰত, তেনেই অৱশহৈ পৰি আছোঁ। আমাৰ ঘৰৰ আটায়ে আগুৰি ধৰি, বৰ গম্ভীৰ মুখ একোখন লৈ, মোৰ মুখলৈ চাই আছে। আৰু আইতাই, তেতিয়াও মোৰ মূৰৰ ওপৰত, জোলোকা জোলোকে ভৰাকলহৰ পানী দি কৰলৈ ধৰিছে—

—সোণ! হঁ, ভৰা কলহৰ আৰু অলপমান পানী মূৰত ল। মই এই ভৰা কলহৰ পানীৰ লগত, তোৰ মুখত কলা-খাৰ অকণমান সুমুৱাই দিছোঁ। খালেই তই গা-টো অলপ ভাল যেন পাবি।

মই এতিয়াই মালিনী বুঢ়ীৰ তালৈ গৈ, তাইৰ হতুৱাই জাপ এডাল বটাই আনি তোৰ বাওঁসীত বান্ধি দিম।

কিমান দিন তোক মই ভিয়ৈ ভিয়ৈ কলোঁ, ভৰ দুপৰীয়াখন চক খাবলৈ বাৰীৰ মাজলৈ নেযাবি বুলি। তথাপি যদি তই মোৰ মূৰটো খাবলৈ, কথাবোৰ শুনিলি!

মই ঠিক বুজি পাইছোঁ, সেউতী মৰ্বতীয়ে তোক কিবা আহুদি কৰিলে বুলি। কিন্তু ময়ো যদি সঁচাকৈ তোৰ বুঢ়ী-মাৰ হওঁ, তাই বেটীকো মই এসেকা দিহে এৰিম।

বেটী! কলঙ্কিনী, কুলটা! সমাজৰ আৱৰ্জনা! লোকৰ ঘৰৰ লৰাৰ ওপৰত তাই এইদৰে চকু দিয়ে কেনৈ? তাইৰ যদি ঘৰ-সংসাৰ কৰিবলৈকে ইমান হাবিয়াস আছিল, নিজৰ গাটো সেইদৰে চুৰা খেদাইছিলে কেনৈ? দেশতটো এতিয়াও ৰজা বা আইন-কানুন নোহোৱা হোৱা নাই? মই ঠিক বুজিব পাৰিছোঁ, এই ভদ্ৰ পাৰাখনৰ ইমান ওচৰত তাইক সেইদৰে কেতিয়াও থাকিবলৈ দিব নোৱাৰি।

তই অকণমান ভাল হৈ ল। মই তাই ৰবিৰুদ্ধে এদিন গৈ কাছাৰীত গোচৰ দি আহিম। পুলিচ মতাই অনাম। কোনোৱে যদি একো নকৰে, মই গুণ্ডা লগাই দি তাইৰ ঘৰ দুৱাৰবোৰ ভঙাই পেলাম। মুঠৰ ওপৰত, মই থাকোঁ মানে, কেতিয়াও এই কণ কণ ল'ৰা গালৰ মূৰবোৰ, এইদৰে তাইক খাবলৈ দিব নোৱাৰোঁ।

আইতাৰ সেই হুম-হুমনি আৰু আস্ফালনবোৰ শুনিও মই সিদিনা মুখেৰে হেজাৰ চেষ্টা কৰিও আৰু একো মাতিব নোৱাৰিলোঁ। কিয়নো সেই আতঙ্কৰ গভীৰ অৱসাদৰ লগে লগে সিদিনা গধূলিৰ পৰাই, মোৰ হাত-ভৰিবোৰ ক্ৰমে চেঁচা পৰি, মূৰত তীব-কঁপে জ্বৰ উঠি আহিল। আৰু সেই জ্বৰেই শেষত একেবাৰে সান্নিপাতত পৰিণত হৈ মোক প্ৰায় এমাহৰ কাৰণে, বিছনাত তেনেই অজ্ঞানকৈ পেলাই থলে।

এই অসুখত প্ৰায় চাৰি সপ্তাহ ভুগি, মই এদিন যেতিয়া অলপ সুস্থ হৈ বিছনাত উঠি বহিলোঁ, দেখিলোঁ মোৰ চাৰিওকাষৰ পৃথিৱীখন যেন তেনেই সলনি হৈ গৈছে।

মা, দেউতা, আইতা, আনকি মোৰ লগৰ বন্ধুবান্ধৱ সকলৰ মুখতো, আগৰ সেই উচ্ছ্বাস আৰু উদ্দীপনা যেন অকণো নাই। সকলোৰে মুখবোৰ অতি অসম্ভৱৰূপে শুকান, আন্ধাৰ আৰু গম্ভীৰ।

মই সেই গম্ভীৰতা দেখিয়েই নিজৰ মনৰ ভিতৰতে নানা কথা কল্পনা কৰি লৈ, সিদিনা মোৰ বন্ধু মুকুটক বিছনাৰ তেৰেঁই ওচৰতে পাই, হঠাতে সুধি পেলালোঁ,

—মুকুট ! তইঁতে আগৰ দৰে মোৰ লগত কথা নাপাত কেলৈ ?

মুকুটে ইফালে সিফালে চাই অলপ সতর্কহৈ লৈ কলে,

—সোণ ! তই কব নোৱাৰ, বোধকৰো তোৰ বৰ টান নৰিয়া হৈছিল। এই নৰিয়া হোৱাৰ কাৰণেই তোৰ ওচৰলৈ আমাক ইমান দিনে কাকো আহিবলৈ দিয়া নাছিল। এতিয়াহে আমি অলপ সকাহ পৰা দেখি, দুখোজ এখোজকৈ ওচৰ চাপি আহিবলৈ আৰম্ভ কৰিছো।

মুকুটক গাৰ ইমান ওচৰতে পাই, সংজ্ঞা পোৱাৰ পৰাই, ইমান দিনে যিটো কথা জানিবলৈ মই অতি ব্যগ্ৰ হৈ আছিলোঁ, সেই কথাটোকে হঠাতে সুধি পেলালোঁ,

—মুকুট ! তইঁতে সেউতী বাইৰ কথা কিবা কব পাৰ্ জানো ?

মুকুটে প্রশ্নটো শুনি অতি গম্ভীৰ ভাৱে চাৰিও ফালে এবেলি আকৌ চাই লৈ, মোৰ বিছনাৰ নিচেই ওচৰলৈ আহি, অতি লাহে লাহে কলে,

—সোণ ! কৰলৈ গলে সি বহুকথা। তোক আটাইখিনি বোধকৰো আজি কব নোৱাৰিম। তাতে তই গাটো এতিয়াও একেবাৰে ভাল পোৱা নাই। তই গা-টঙাই আৰু অলপ সবলহৈ উঠ, মই এদিন মনে মনে আহি তোক গোটেই কথাবোৰ কৈ যাম।

মুকুটৰ সেই কথা শুনি, মই অতি অধৈৰ্য্য ভাবে তাৰ হাতখনত খামুচি ধৰি মোৰ বিছনাৰ একেবাৰে কাষলৈ টানি আনি কলোঁ,

—মুকুট ! মই এই দুৰ্বল দেহাৰে ইমান দিন কেতিয়াও বাট চাব নোৱাৰিম। তই আজিয়েই মোক অলপ কৈ যা, সেউতী বাই ভালে আছে নে নাই ? কিয় জানো মোৰ মনতে এটা বৰ ডাঙৰ দুশ্চিন্তা হৈছে, তেখেতৰ কিবা দুৰ্ঘটনা হোৱা বুলি।

মুকুটে মোৰ অনুৰোধ এবাৰ নোৱাৰি মোৰ বিছনাতে বহি লৈ, অতি সতৰ্কভাৱে, একেবাৰে সক সক মাতেৰে কবলৈ ধৰিলে,

—সোণ! তই ঠিকেই অনুমান কৰিছ। সেউতী বাইৰ সঁচাকৈ এটি ডাঙৰ দুৰ্ঘটনা হৈছে! তেখেত আৰু এই পৃথিৱীত নাই।

—নাই? কলৈ গ'ল?

—কলৈ গ'ল সেই কথা তোক মই কব নোৱাৰিম। মুঠৰ ওপৰত তেওঁৰ মৃত্যু হৈছে।

—মৃত্যু হৈছে!

—মৃত্যু হোৱা বুলিও ঠিক কব নোৱাৰোঁ, তেওঁ হেনো নিজে নিজেই এদিন আত্মঘাতী হৈ মৰিছে।

—তেওঁ কিয় এই মাৰাত্মক দুৰ্ঘটনাটো কৰিলে?

—সি বোধকৰো এনেকৈয়ে এদিন হল।

সেইদিনাখন তেওঁৰ তাৰপৰা উভতি আহোঁতে বাটত চক খাই, তই সান্নিপাত জ্বৰত পৰাৰ খবৰটো তেওঁ যেতিয়াই পালে তেতিয়াৰ পৰাই বেচেৰীৰ গাত একেবাৰে তত নাইকিয়া যেন হৈ পৰিল। তেওঁ প্ৰত্যেক দিন খবৰ লবলৈ আহি, তহঁতৰ ঘৰৰ নঙলা মুখতে বৈ আছিলহি। কিন্তু মামা মামী আৰু আইভাইহঁতে তেওঁক এদিনো তাৰ পৰা ইফাল হবলৈকে নিদিলে, বৰং প্ৰত্যেক দিনে নানা কটু কথা কৈ অভদ্ৰ ব্যৱহাৰ কৰি তেওঁক তাৰ পৰাই ফিৰাই পঠিয়ালে।

তই বৰ দুৰ্বল হৈ পৰা বুলি শুনি, তেওঁ এদিন তোক দিবলৈ দুটামান বেদনা আৰু আঙুৰগুটিও কোঁচত ভৰাই লৈ, তহঁতৰ ঘৰলৈ আহিছিল। কিন্তু সিদিনাখন আইভাই তেওঁক জপনামুখৰ পৰাই খেদাই পঠিয়ালে। অকল সেয়ে নহয়, তেওঁ বাছিবে বাছিবে দি যোৱা সেই ফলগালো, জাপৰী বুঢ়ীৰ হতুৱাই তেওঁৰ চকুৰ আগতে একেবাৰে বাটৰ নৰ্দমাতে নি পেলাই দিয়ালে।

তাৰ পিছত তোৰ অসুখৰ একেবাৰে শেষৰ ফালে জ্বৰৰ প্ৰকোপত তই প্ৰত্যেকদিনে ৰাতি কিবা এটা যেকুৰী পোৱালীৰ কথা কৈ

প্ৰলাপ বকা বুলি শুনি, তেওঁ এদিন ভোক দিয়াৰ কাৰণে, মেক্সীৰ পোৱালি এটা লৈয়ো ইয়ালৈ আহিছিল। কিন্তু সিদিনাখনেো, আইতা আৰু জাপৰী বুঢ়ীহঁতে তেওঁক জপনাৰ ইফাল হবলৈকে নিদিলে। আৰু তাৰে পৰাই নানা গালি-গালাজ পাৰি, অপমান বিকৰ্ষনা কৰি তেওঁক খেদি পঠিয়ালে।

এইবোৰ কাৰণেই কেইদিনমানলৈ সেউতী বায়ে তেওঁৰ ঘৰৰ ভিতৰতে বৰ মন-মাৰি উত্ৰাৱল হৈ আছিল।

কিন্তু আইতা আৰু মামীহঁতে ইমানতো ক্ষান্ত নহৈ এদিন হেনো মামাৰ হতুৱাই তেওঁৰ বিৰুদ্ধে কাছাৰীত কিবা এটা গোচৰ দিয়ালেগৈ। তাৰেই ফলতে হবপায় এদিন কেইটামান বঙা-মূৰা পুলিচ আহি সেউতী বাইৰ ঘৰটো তেনেই ঘেৰি পেলালে আৰু তাৰপৰা বয়-বস্তু-উলিয়াই দলিয়াই পেলাবলৈ ধৰিলে। সিহঁতে সেউতীবাইকো জোৰ জুলুম কৰি তাৰপৰা উলিয়াই দিব খুজিছিল। কিন্তু সেউতি বাই মান্তি নহল। তেওঁ কলে যে তেওঁ দুদিন পিছতেই তাৰপৰা নিজে নিজেই আন এঠাইলে গুচি যাব।

তাৰ পিছ দিনাখনেই বোধকৰো ভোৰ বৰ চাৰ। ডাক্তৰে কৈছিল বাতিটোৰ ভিতৰতে কি হয় হেনো একোটো কব নোৱাৰি। আমি খবৰটো পাই বৰ দুখ মনেৰে, পাৰিলে সেউতী বাইকো কোৱাৰ কাৰণেই, তেওঁৰ ঘৰৰ ফালে ফুৰিবলৈ গৈছিলোঁ। তেওঁ আমাক দেখিয়েই মনে মনে ঘৰৰ ভিতৰলৈ মাতি নিলে আৰু বৰ দুখমনেৰে কবলৈ ধৰিলে—

—মইনাহঁত! তোমালোকেতো দেখি আছা, মই জনাত সোপৰ কোনো অহিত চিন্তা কৰা নাই। তাৰ কোনো অন্যায় কৰা নাই। দিনে নিশাই ভগৱানৰ ওচৰত কেৱল তাৰ মঙ্গলৰ কাৰণেই খাটি আছোঁ। তথাপি যদি কিবা কাৰণে মোৰ দোষ হৈছে, মই নজনাকৈ তাৰ কিবা অন্যায় কৰিছোঁ, তেনেহলে তাৰ কাৰণে মই প্ৰায়শ্চিত্ত কৰিবলৈকো সাজু আছোঁ। তোমালোকক সাখী ৰাখি মই আজি কওঁ

যে, মই মৰিলে যদি সঁচাকৈয়ে সোণৰ কিবা উপকাৰ হয়, তেনেহলে মই হাঁহি হাঁহি এই দেহা বিসৰ্জন দিবলৈকো প্ৰস্তুত আছোঁ। মই কেৱল বিচাৰো মোৰ কাৰণে সোণৰ যাতে একো অন্যায় নহয়। সোণে যেন অকালতে প্ৰাণ হেৰুৱাব লগীয়া নহয়।

শুনিলোঁ, সেই দিনাখনেই হেনো ৰাতি সেউতি বায়ে তেওঁৰ ঘৰত কিয় জানো ডিঙিত জৰী লগাই আপোন-ঘাতী হৈ মৰিল। আৰু আচৰিত কথা, সেই ৰাতিৰ পৰাই হেনো তোৰ ইফালে লাহে লাহেকৈ অলপ সকাহ পৰি আহিবলৈ ধৰিলে।

তাৰ পিছদিনাখন দুপৰীয়া আমি সেউতী বাইৰ অকলশৰীয়া ঘৰটো দূৰৈৰ পৰা আলেঙে আলেঙে চাবলৈ গৈছিলোঁ। দেখিছিলোঁ যে এগালমান ৰঙা-মূৰা পুলিচ আহি তেওঁৰ ঘৰখন একেবাৰে ঘেৰি পেলাইছিল। আৰু সিহঁতে চাৰিওপিনে ঘূৰি পকি চাই, কিবাকিবি লিখি লৈ, তেওঁৰ মৰা দেহটো হাস্পতালৰ হালধীয়া গাড়ীখনত ভৰাই, কেনিবাদি ভুলি লৈ গৈছিল।

কথাখিনি কৈ, মুকুটে তাৰ ৰঙা পৰা চল্‌চলীয়া দুয়োটা চকুৰে মোৰ চকু দুটালৈ একেথৰে বহুপৰ চাই ৰ'ল।

আৰু ময়ো যেন আবেগৰ প্ৰাচুৰ্য্যত, মুখেৰে একো মাতিব নোৱাৰি কেৱল তাৰ হাত এখন মোৰ হাতেৰে জোৰ কৈ খামুচি ধৰি থাকিলোঁ।

মুকুটে সেইদৰেই আৰু কিছুপৰ নিবৰ হৈ আছিল। মই নিজেই সেই নিবৰতা এবেলি ভঙ্গ কৰি তাক সুধিলোঁ,

—মুকুট! তই সেউতী বাইৰ সেই মেকুৰী পোৱালিটোৰ কথা আৰু কিবা কব পাৰ জানো?

মুকুটে মোৰ সেই প্ৰশ্নটো শুনি মোৰ হাতখন এৰুৱাই থৈ, কেনিবাদি হঠাতে ওলাই গ'ল। আৰু অলপ পিছতেই ডিঙিত ধুনীয়া ৰঙা ৰিবন-মৰা, নোদোকা, বগা, তুলতুলীয়া মেকুৰী পোৱালি এটা আনি মোক দেখুৱাই লৈ কলে,

—সোণ! সেউতী বায়ে তোক দিবলৈ অনা এইটোৱেই সেই মেকুৰী পোৱালিটো। শেষ দিনাখন মই যেতিয়া তেওঁৰ ঘৰত তেওঁক লগ পাইছিলোঁ, তেওঁ মোক কৈছিল—

—মুকুট! মই এই মেকুৰী পোৱালিটো সোণক দিম বুলিয়েই বাছি থৈছিলোঁ। কিন্তু দিব নোৱাৰিলোঁ। সেয়ে পোৱালিটো তোমাকেই দিলোঁ। তুমি তাক তোমালোকৰ ঘৰত নি অতি যতনেৰে ৰাখা যেন আৰু সোণ যেতিয়া ভাল হৈ উঠে, তেওঁক দি দিয়া যেন।

কথাষাৰ কৈ মুকুটে সেই মেকুৰী পোৱালিটো এটা যেন অতি পৱিত্ৰ স্মৃতিৰ বস্তুৰ দৰেই মোৰ ওচৰলৈ আগবঢ়াই দিলে আৰু আমি দুয়ো সেই মেকুৰী পোৱালিটোকে আমাৰ দুয়োৰে বুকুৰ মাজত সাৱটি লৈ, কিবা যেন এটা বুজাব নোৱাৰা বেথাত, একেদৰে হুক হুক্‌কৈ কান্দিবলৈ ধৰিলোঁ। যেন সেই কান্দোনৰ আৰু শেষ নাই, অন্ত নাই, বিৰাম নাই।

নেজানো কেলেই, সেউতী বাইৰ কথা মনত পৰিলে, মোৰ আজিও কেৱল সেইদিনাখনৰ আমাৰ দুয়োৰে সেই নিঃসহায় কান্দোনৰ কথাকে মনত পৰে।

আৰু আজিও মোৰ চকুৰ আগেদি, সেই ডালিম জোপাৰ তলত, তাঁত শালৰ ওচৰত থকা, সেউতী বাইৰ সেই সকৰুণ চকুযুৰি, একেদৰে ভাহি যোৱা যেন লাগে।

মই আজিও কেতিয়াবা সময় পালে ভাবিবলৈ যত্ন কৰোঁ, সেউতী বাইৰ সেই ধূনীয়া চকুযুৰিৰ অন্তৰালত, আমি সিদিনা সঁচাকৈয়ে কি বস্তুটো দেখি, তেনেদৰে উৱাউল হৈ উঠিছিলোঁ?

ই মৰম? চেনেহ? নে তাতোকৈও গধুৰ কিবা বুজিব নোৱাৰা এটি ভাওৰ মায়া?

[ বহাগ—১৮৭২ শক ]

# মৰা-সুঁতি

অসীমে কালি ৰাতিৰ কথাটো আজিও সমূলি পাহৰিব পৰা নাই। সি যিমানেই ভাবিছে, সিমানেই তাৰ মনটো যেন দৃঢ় প্ৰতিজ্ঞ হৈ উঠিছে যে, যি উপায়ে নহওক, তাৰ ৰহস্যটো সি উদ্‌ঘাটন কৰিবই লাগিব।

আমাৰ সকলোৰে অন্তৰৰ স্বাভাৱিক দুৰ্বলতা এটি এয়ে যে, যাক আমি যিমানেই বেছি ভাল পাওঁ, যাৰ প্ৰতি আমাৰ অন্তৰৰ টানটো যিমানেই বেছি নিবিড়, তাৰ মনৰ ভিতৰ-দাপোণখনো আমি সিমানেই বেছি স্বচ্ছভাৱে চাবলৈ বিচাৰোঁ। সেয়ে ইয়াৰ সামান্য অলপ ব্যতিক্ৰম ঘটা যেন দেখিলেই, বুজা-নুবুজাৰ কিবা অস্পষ্টতা বা সন্দিগ্ধতাৰ ছাঁ আহি পৰিলেই, আমি তৎক্ষণাৎ অতি বেছি অধৈৰ্য্য হৈ পৰোঁ।

কথাটো যদি দেৱযানীৰ নহৈ অইন কাৰোবাৰ হলহেঁতেন, অসীমে হয়তো ইমান বেছিকৈ নাভাবিলেহেঁতেন। সি ভাবিবলৈ বাধ্য হৈছে যিহেতু দেৱযানী ইয়াৰ লগত প্ৰত্যক্ষভাৱে জড়িত আৰু সি দেৱযানীক সঁচাকৈয়ে অন্তৰ-ভৰি ভাল পায়। বোধকৰো জীৱনত ইয়াৰ আগতে সি কোনো ছোৱালীকেই তেনে নিবিড়-ভাৱে ভালপোৱা নাছিল।

দেৱযানীক অসীমে লগ পায়, জীৱনৰ আগ মাজ-বাটত। অৰ্থাৎ বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাত, এদিন যেন কিছু অকস্মাতেই।

তাৰ আগতে সিহঁতৰ কোনো পৰিচয় বা চিনা-জনা নাছিল। সিহঁত উপজিছিল আৰু ডাঙৰ দীঘল হৈছিল সম্পূৰ্ণ সুখন বেলেগ চহৰত। বেলেগ পৰিৱেষ্টনিৰ মাজত।

তথাপি কিয় জানো প্ৰথম পৰিচয়ৰ পৰাই, সিহঁতৰ মাজত কিবা এটা ঐকান্তিক সহৃদয়তা গঢ়ি উঠে আৰু তাৰেই চৰম

পৰিসমাপ্তি-ৰূপে, এদিন সিহঁতৰ বিয়াখন হৈ যায়. কিছু যেন আকস্মিক ধৰণেই।

এই বিয়াত, আন বিয়াৰ দৰে, গতানুগতিকতাৰ পুনৰাবৃত্তি, পিতৃমাতৃৰ প্ৰভাৱ, নাইবা সংসাৰৰ আন দহোটা উপকৰা কথাৰ কোনো সংযোগ নাছিল।

অসীমে বিয়া কৰাইছিল দেৱযানীক সি একমাত্ৰ ভালপায় বুলিয়েই। আৰু এই বিয়াৰ আজি এবছৰো হোৱা নাই।

সেয়ে অসীমে ভাবে যে, সি আজিও সেই প্ৰথম লগ-পোৱা দিন যোবৰ উজ্জ্বল মোহাচ্ছন্ন আৱেশেৰেই দেৱযানীক ভাল পাই আছে আৰু দেৱযানীয়েও আজিলৈকে তাৰ প্ৰতি কোনো অনুৰাগ-হীনতা দেখুওৱা নাই। সি ভাবে দেৱযানী সুখীয়েই আৰু সুখী নোহোৱাবো তেনে কোনো বোধগম্য কাৰণ নাই।

কিয়নো অসীম সঁচাকৈ এজন সুস্বাস্থ্যৱান, সুৰুচিপূৰ্ণ, উচ্চশিক্ষিত ধুনীয়া ডেকা। তাৰ ধনৰ অভাৱ হোৱা নাই জীৱনত কোনো দিনেই। সি যি কৃতিত্বেৰে উচ্চশিক্ষা সমাপ্ত কৰে মন কৰা হেঁতেন হয়তো ৰাজকীয় যি কোনো বিভাগৰে সি এটি উচ্চ পদ পাব পাৰিলেহেঁতেন কিন্তু সি মানুহটো সৰুৰে পৰাই আছিল তাৰ দেউতাকৰ দৰেই স্বাধীনতা-প্ৰিয়। সেয়ে সি ৰাজসেৱালৈ নগৈ, দেউতাকৰ সুপ্ৰতিষ্ঠিত সেই বিশাল মটৰৰ ব্যৱসায়টোতেই একাণ-পতীয়াকৈ লাগি যায়। আৰু সেইদৰে লাগি থাকি আজি এই কেই বছৰতে সি যিটো কৃতকাৰ্য্যতা আৰু প্ৰতিপত্তি অৰ্জন কৰিছে, তাৰ ফলত মানুহে আজি তাৰ নামো, দেউতাকৰ নামৰ লগতেই নগৰৰ উচ্চ পৰ্য্যায়ৰ ব্যৱসায়ী সকলৰ শাৰীতেই ধৰে।

অসীমহঁতৰ পুৰণি পৈতৃক ঘৰটো আছিল নগৰৰ এটি জন-বহুল অঞ্চলত। কিছু যেন ক্ষুদ্ৰ পৰিসৰৰ মাজত।

আজি মাত্ৰ চাৰি মাহ মান হয়, সি উঠি আহিছে দেৱযানীক

লগতলৈ, নগৰৰ এটি উপকণ্ঠলৈ। সিহঁতে ন-কৈ কিনা, কংক্ৰীটৰ আহল-বহল এটি ধুনীয়া নতুন ঘৰলৈ।

এই ঘৰটি তাহানি আদিতে এজন নগৰৰ বিদেশী ব্যৱসায়ীয়ে সজাইছিল। কিন্তু কিবা এটি দুৰ্বিপাকত পৰি তেওঁ ঘৰটি বিক্ৰি কৰিব লগীয়া হয় আৰু অসীমে তেওঁৰ দেউতাকৰ সৈতে লগলাগি, এই ঘৰটো কিনি পেলায়; নগৰৰ বহুতো বিশিষ্ট মানুহৰ সৈতে প্ৰতিযোগিতা চলাই আৰু বহু ধন খৰচ কৰি, এক প্ৰকাৰ যেন কিবা এটি জেদত লাগি।

এই ঘৰটিৰ প্ৰতি, তেনে দুৰ্বলতা হোৱাৰ আৰু এটি বিশেষ কাৰণ আছে। কিয়নো যিদিনা সি প্ৰথমে দেৱযানীক লগত লৈ এই ঘৰটি ঘটৰেৰে চাবলৈ যায়; ঘৰটিৰ কাৰ্য্যিক পৰিৱেশ আৰু তাৰ চৌহদৰ ভিতৰত থকা, সেই অতি ধুনীয়া, সুপৰিকল্পিত ফুলনি খন দেখি, দেৱযানীয়ে যেন একেবাৰে মুগ্ধ হৈ উঠে। কবলৈ গলে সেই ফুলনি খনৰ মায়া দেৱযানী আৰু আজিও জয় কৰি উঠিব পৰা নাই। ফুল বোলা বস্তুটোৰ প্ৰতি সিহঁত দুয়ো জনৰে ইমানেই বেছি অন্তৰৰ প্ৰগাঢ় এটি টান আছে।

নগৰৰ একেবাৰে এটি শেষ প্ৰান্তত, আহল-বহল টিলা এটিৰ ওপৰত, অতি ধুনীয়াকৈ সজা এই ঘৰটি।

তাৰ চাৰিওকাষে চৌহদত, ধুনীয়া দলিচাৰ দৰে নিমজ ল'ন। একাষে কিছু আঁতৰত পৰিচাৰক আৰু পৰিচাৰিকা সকলৰ বাবে সজা ঘৰবোৰ আৰু গেৰেজ। ইকাষে সেইদৰে কিছু দূৰত, সৰু এটি কটেজ। মাজতে এখন টেনিচ কট। সৰু সৰু ল'ৰাছোৱালীৰ খেল-ধেমালিৰ বাবে ৰখা নানা ক্ৰীড়াৰ সামগ্ৰী। তাৰ মাজে মাজে আৰু দাঁতিয়ে দাঁতিয়ে, বিচিত্ৰ ৰঙৰ আৰু বিচিত্ৰ সমাৱেশৰ বিলাতী মৌচুমী ফুলবোৰৰ 'বেড়' বোৰ। এণ্টিৰহিনাম, ফ্লকচ্, লাৰ্কস্পাৰ, ক্লাৰ্কিয়া, ডায়েন্থাচ্ পেঞ্জী, পিটুনীয়া, ডেইজি। যেন সঁচাকৈয়ে কিতাপ এখনৰ পাতত ছবিহে! তাৰ মাজে মাজে আকৌ বিচিত্ৰ, ধৰণৰ বিচিত্ৰ

লতাবোৰৰ বিতান। সেৰদাক আৰু থুজাৰ শাৰী শাৰী ছায়া-বিথীবোৰ।

সেইবোৰ পাৰহৈ গলেহে গোলাপ, মেগনোলীয়া, কেমেলীয়া, এজেলীয়া আদি চিৰস্থায়ী ফুলবোৰৰ কুঞ্জবোৰ পোৱা যায়। তাৰ শেষত, কাঁচেৰে ধুনীয়াকৈ সজা, এটি ডাঙৰ অৰ্কিড্ হাউচ্"। তাৰে কাষৰ পৰাই আৰম্ভ হৈছে, সেই কৃত্ৰিম হোলা আৰু জলাশয়বোৰ। তাৰ মাজে মাজে আৰু পাৰে পাৰে, ভেঁট, লিলি, টিউলিপ্, ডেফো-ডিলচ্, নাৰ্চিচাচ, আদি নানা জলীয় ফুলবোৰ। সেইবোৰ পাৰ হৈ গলে, আকৌ কিছুদূৰ চাৰিওকাষে ঘূৰণীয়া 'লন' পোৱা যায়। তাৰ দাঁতিয়ে দাঁতিয়ে আকৌ শাৰী শাৰী শেৱালি। ঠিক সেই ঠাই ডোখৰৰ পৰাই টিলাটো ক্ৰমে এঢলীয়া হৈ তললৈ নামি গৈছে। তলত বহু দূৰলৈ মুকলি ধাননি পথাৰ। তাৰ মাজে মাজে বৈ গৈছে এটি সুঁতি, দূৰৰ সেই সুবিস্তৃত বিলখনৰ বুকুলৈ। মানুহে কয় আদিতে হেনো সেই সুঁতিটি একেবাৰে নুইতৰ লগত লগা-লগি আছিল। কিন্তু আজি সি সেই বিলখনৰ বুকুতেই শেষ হৈছে আৰু তাৰ ইহোৱা শুকান বুকুৰ ওপৰত চাৰিওফালে ধুনীয়া ধাননি পথাৰবোৰ গঢ়ি উঠিছে।

সেইদিনাখন, ঠিক সেই ঠাই ডোখৰতে; শেৱালি বোৰৰ তলত থিয় হৈ দেৱযানীয়ে যেন একেবাৰে উচ্ছ্বসিত হৈ উঠে আৰু কয়,

—চোৱাচোঁন অসীম। ইয়াৰে পৰা সৌ দিগন্তত মিলি যোৱা সুঁতিটোৰ আৰু বিল খনৰ ছবিখন, কেনে অপূৰ্ব ধুনীয়া দেখা গৈছে?

যিজন মানুহে ইমান পৰিকল্পনা কৰি, এই ঠাই ডোখৰত, এই ফুলনিবোৰ ৰচনা কৰিছিল, তেওঁৰ কাব্যিক দৃষ্টি ভঙ্গী আৰু ৰুচিটো সঁচাকৈ শলাগিব লগীয়া। মই হোৱা হৈছেন, ইয়াতে, এই শেৱালি-বোৰৰ তলে তলে একোখনকৈ সৰু কংক্ৰীটৰ চাপৰ বেঞ্চো মাজে মাজে সজাই দিলোহেঁতেন। যাতে কেতিয়াবা সন্ধিয়া ইয়াতে বহি দিগন্তৰ

সেই সুবিস্তিৰ্ণ পানী বোৰৰ অসীম গভীৰতাখিনি আৰু ভালকৈ উপলব্ধি কৰিব পৰা গ'লহেঁতেন।

সেয়ে ইয়াৰ পিছত, অসীমে যেন আৰু কোনো কথাৰ কাৰণে অকণো অপেক্ষা নকৰিলে।

সি ঘৰটো লৰালৰিকৈ কিনি উঠি, দেৱযানীক লগতলৈ এদিন সোমাল আহি তাত, ঠিক যেন তাৰ সেই কাৰ্য্যিক আৱেশটোকেই ভালকৈ উপভোগ কৰাৰ কাৰণে। আৰু আহি সোমোৱাৰ পিছ দিনা খনৰ পৰাই, সি আৰম্ভ কৰি দিলে, সেই শেৱালি বোৰৰ তলে তলে কংক্ৰীটৰ বেঞ্চবোৰ সজোৱা কামটো, ঠিক সেই দেৱযানীয়ে আভাস দিয়া মতেই।

অসীমৰ মনত আজি বেছিকৈ আঘাত লাগিছে; এই কাৰণেই যে, কালি ৰাতিৰ ঘটনাৰ ঠায়ো ঠিক সেই ডোখৰেই।

সি কব নোৱাৰে মাজৰাতি কেতিয়া আৰু কেনেকৈ তাৰ হঠাতে টোপনি ভাঙি গল। সি যেতিয়া এবেলি অকস্মাতে চকুমেলি চালে, দেখিলে তাৰ বিছনাৰ ওচৰতে থকা দেৱযানীৰ সেই ধুনীয়া মেহেগনিৰ বুৰীয়া পালেঙখনত দেৱযানী নাই। পালেংখন যেন কোঁঠালীটোৰ ভিতৰত অসহায় ভাৱে অকলে অকলে পৰি আছে।

কিন্তু সেই পালেঙৰ তলত, কাৰ্পেটৰ ওপৰত, দেৱযানীৰ ভৰিৰ বঙা ভেলভেটৰ চেণ্ডেলযোৰ!

কলৈ গ'ল এইদৰে দেৱযানীয়ে মাজৰাতিখন, অকলে অকলে উঠি শুদা ভৰিৰে?

তেওঁ কোনোদিনতো ইয়াৰ আগেয়ে কেতিয়াও কলৈকে তেনেকৈ যোৱা নাই, অসীমক একো নোকোৱাকৈ?

অসীম অলপ উত্তপ্তভাৱেই তাৰ কলা চেটিনৰ সেই নাইট্ গাউনটো পিন্ধি ললে। আৰু গোৱনি কোঁঠাৰ ওচৰ-কাষে, সম্ভাব্য, অসম্ভাব্য সকলো ঠাইতে দেৱযানীক বিচাৰি ফুৰিবলৈ ধৰিলে।

ঘড়ীত তেতিয়া ৰাতি, পুৰা এটা।

শোৱনি কোঠাৰ ঠিক কাষতে বাথ-ৰুম আৰু লেভেটৰীটো। তাৰ সিকাষেই ক্ৰোচেট। 'ক্ৰোচেটৰ' মাজেৰেই কাষৰ আঙৰ সেই লাউঞ্জটোলৈ যাব পাৰি। তাৰ সিফালেই হ'ল সমুখৰ বাৰাণ্ডাখন।

অসীমে ঠিক সেই বাটেদিয়ে আহি দেখিবলৈ পালে যে লাউঞ্জ-টোৰ পৰা সমুখৰ বাৰাণ্ডা খনলৈ যোৱা দুৱাৰখনৰ খিলটো যেন দেখ-দেখকৈ খোলা।

তেনেহলে সেই বাটেদিয়েই নেকি দেৱযানী ওলাই গৈছে, একেবাৰে বাহিৰলৈ আৰু বহু দূৰলৈ ?

অসীমে তেনেকৈয়ে অধৈৰ্য্য হৈ সমুখৰ বাৰাণ্ডাখন পালেহি।

দেখিলে বাহিৰত তেনেই ফুটফটীয়া বগা জোনাক। বোধকৰোঁ আহিন মাহ। সেই উদ্ভাসিত জোনাকত, চাৰিওফালে ফুলি থকা ফুলবোৰৰ পৰা যেন কিবা এটি অদ্ভুত মিঠা সান-মিহলি গোন্ধ ভাহি আহিব লাগিছে। ফুলবোৰৰ ছবিবোৰো যেন কিবা সপোনৰ অবাস্তৱ ৰঙেৰে অঁকা। ঠিক সপোনতেই যেন সিহঁতে কিবা কথা কৈ হাঁহি মাতি আছে।

অসীমৰ কিন্তু সেইপিনে চাব পৰা আজি মনৰ সমূলি একাগ্ৰতা নাই। সি বিচাৰি আহিছে দেৱযানীক, অতি নবালবিকৈ বিক্ষুব্ধ এখন অন্তৰ লৈ।

অসীমে সেইদৰেই আহি আহি, একেবাৰে ফুলনিৰ মাজ পালে। ইডৰা ফুল এৰি সিডৰা, ইখন বেড্ এৰি সিখন বেড্। এই বিতানটো পাৰ হৈ সেই বিতান। এইদৰে অসীমে আগুৱাই আহি আহি সেই 'অৰ্কিড হাউচ'টোৰ কাষ পালেহি। আৰু তাৰে আঁৰত বৈ সি থিয় হৈ চাই দেখিলে যে, দেৱযানীয়ে দূৰত সেই শেৱালী-নোবৰ তলত, কংক্ৰীটৰ বেঞ্চ এখনৰ ওপৰত বহিলৈ, সুদূৰ দিগন্তত, জোনাকত জিলিকি থকা বিলৰ পানীবোৰলৈ যেন অতি নিবিষ্ট চিত্তেৰে চাই আছে।

তেওঁৰ বাওঁ হাতখন সেই বেঞ্চখনৰ পিঠিৰ ওপৰত দীঘলকৈ মেলি থোৱা। তাৰে ওপৰত তেওঁৰ মূৰটো যেন কিঞ্চিৎ হাউলি পাৰি, অতি ক্লান্ত ভাৱে বৈ আছে।

অসীমৰ মনৰ ভিতৰখন যেন ঠিক শূন্য নিৰ্জন হাবি এখনৰ ভিতৰৰ দৰেই হঠাতে হাঁহাঁকাৰ কৰি উঠিল।

এই দোভাগ ৰাতি! তেনে নিজান ঠাই এডোখৰত অকলে অকলে বহি শূন্য দিগন্তলৈ চাই দেৱযানীয়ে ইমান একাগ্ৰ চিত্তেৰে বাৰু কি ভাবিব পাৰে?

তেনেহলে দেৱযানীৰ জীৱনত, অসীমৰ আৰু আগতেই অহা অইন কোনোবা আছিল নেকি? নে এতিয়াও আছে?

যদি আছে তেনেহলে তেওঁৰ স্মৃতিৰ লগত, এই ঠাই ডোখৰৰ বাৰু কি বিশেষ সম্বন্ধ আছে বা থাকিব পাৰে?

অসীমে ঠিক এই দৰেই অন্তৰত এটি বিদ্ধ-বেদনা লৈ দেৱযানীলৈ কেবল একেথৰে চাই থাকে।

কিন্তু দেৱযানীৰ যেন সেই অদ্ভুত দীঘলীয়া সপ্লাৱিষ্ট চিন্তাৰ বেদনা সামৰণি নপৰে।

তাৰ অনুমান হয় যেন সেই দিগন্তৰ পানীবোৰলৈ একেথৰে চাই, দেৱযানীয়ে আজি এনে এটা চিন্তাত একেবাৰে হেৰাই গৈছে যে, চেতনাময় জগতলৈ তেওঁ হয়তো আৰু উভতি নাহিবও পাৰে।

দেৱযানীলৈ সেইদৰে বৈ বৈ চাই থাকি অসীম যেন তেনেই ভাগৰি পৰিল।

সি লাহে লাহে তাৰ পৰা এখোজ দুখোজকৈ আঁতৰি আহি, আকৌ তাৰ বিছনাৰ কাষ পালেহি। আৰু বিছনাত লাহেকৈ শুই লৈ, দেৱযানী কেতিয়া আকৌ উভতি আহে কেৱল যেন তাৰে কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে।

চাওঁতে চাওঁতে আৰু আধাঘণ্টামান পাৰ হৈ গ'ল। তথাপি দেৱযানী উভতি অহাৰ কোনো সম্ভাৱনাই দেখা নগল।

অসীমে ঠিক সেইদৰেই বিছনাত শুই শুই একাগ্ৰ মনেৰে কেৱল দেৱযানী উভতি অহালৈ বাট চাই আছিল। এনেতে সি যেন এবেলি শুনিলে, বাথৰুমৰ ভিতৰেদি শোৱনি কোঠালৈ সোমাই, অহা দুৱাৰ খনৰ খিল ডালৰ ওপৰত কাৰ জানো হাতৰ মৃদু পৰশ পাৰছে। শোৱনি কোঠাৰ কাৰ্পেট খনৰ ওপৰত কাৰ জানো শুদা ভৰিৰ খোজ-কিটিৰ স্পষ্ট উমান পোৱা গৈছে। আৰু তাৰ লগে লগে যিদৰে নিঃসাৰে বিছনাৰ পৰা উঠি গৈছিল, সেইদৰে নিঃসাৰে আহি বোধকৰোঁ দেৱযানীয়ে বিছনাত শুই পৰিছে।

অসীমে উমান লৈ গম পালে যে, দেৱযানীৰ মনৰ ভিতৰলৈ এতিয়াও যেন টোপনিৰ জড়িমা নামি অহা নাই। তেওঁৰ মনটো এতিয়াও যেন যথেষ্ট উতলা। নাকৰ নিশ্বাসবোৰ অতিপাত তপত। নাকৰ তেওঁৰ ইমান তপত নিশ্বাসৰ ঢউ সি বোধকৰোঁ ইয়াৰ আগতে জীৱনত আৰু কোনো দিনে অনুভৱ কৰি পোৱা নাছিল।

কালি ৰাতিৰ ঘটনাটো ঠিক এইটোৱেই।

কিয় জানো কালিয়েই অসীমৰ মনত এনে এটি অনুমান হৈছিল যে, এই ঘটনা কেৱল কালি ৰাতিয়েই প্ৰথম নহয় আৰু ভৱিষ্যতেও ইয়াৰ পুনৰাভিনয় কেতিয়াবা হব পাৰে।

যদি হয় তেনেহলে কি কৰাটো তাৰ পক্ষে উচিত হব?

অসীমে ঠিক সেই কাৰণেই, আজিও ইমান ৰাতিলৈ নিশ্চিন্ত মনে শুব পৰা নাই। যদিও সি আনকালৰ দৰেই বিছনাত আগতে শুই পৰিছে, তথাপিও টোপনিৰ নিঃচেষ্টাৰ মাজত সি এতিয়াও নিজকে একেবাৰে এৰি দিব পৰা নাই। শুই শুই টোপনিৰ ভাও জুৰি, সি যেন কেৱল তাৰ মনৰ সজাগ উত্তপ্ত চিন্তাৰ আঁহবোৰলৈ দেৱযানীৰ বিছনাৰ ওচৰে কাষে, গম লৈ লৈ ঘূৰি ফুৰিছে।

ৰাতি আৰু কিছু গভীৰ হ'ল।

অসীমে ঠিক গম পাইছে যে, দেৱযানীয়ে ইয়াৰ অলপ আগলৈকে বিছনাত শুই শুই কিজানো এখন আলোচনী বৰ মনদি পঢ়ি আছিল।

আলোচনীখন পঢ়া হঠাতে বন্ধ হ'ল।

দেৱযানীয়ে হাত খন মেলি, মূৰ-শিতানত সৰু টেবুলখনৰ ওপৰত থকা বেড্ সুইচ্‌টো লাহেকৈ এবেলি বিচাৰি লৈ আৰু গোটেই কমটোকে পোহৰ কৰি থকা, সেই ষ্টেণ্ড ডালৰ ওপৰৰ ম্লান নীলাভ শ্বেড্ লগোৱা লাইটটো নুমাই পেলালে।

তাৰপিছত বহুপৰ আৰু কোনো সা-সঁহাৰি নাই।

অসীমে সেইদৰেই তাৰ মনৰ উত্তপ্ত পৰশ খিনিৰে, দেৱযানীৰ নাকৰ নিশ্বাসৰ ঢউবোৰ যেন লেখি গৈ আছিল।

তাৰ পিছত কি হ'ল, সি আৰু সমুলি একো কব নোৱাৰে।

বোধকৰোঁ দিনটোৰ অৱসাদৰ পিছত, চিলমিলকৈ মুহূৰ্তৰ কাৰণে তাৰ অলপ তন্দ্ৰা আহিছিল হবলা; কিয়নো যেতিয়া সি আকৌ এবেলি চকা মকাকৈ সাৰ পাই চকু মেলি চালে, দেখিলে যে দেৱযানী বিছনাত নাই।

তেওঁৰ বিছনাৰ তলত, কাৰ্পেটৰ ওপৰত আজিও সেই ভৰিৰ ৰঙা ভেল্‌ভেটৰ চেণ্ডেলযোৰ যেন পৰি আছে।

ইয়াৰ পিছত স্বাভাৱিকতে অসীমে আৰু তাৰ মনটো বিছনাখনত বান্ধি ৰাখিব নোৱাৰিলে।

সি লৰালৰিকৈ উঠি, তাৰ নাইট গাউনটো পিন্ধিলৈ, কালি ৰাতি অহা বাটেৰেই আকৌ বাহিৰলৈ ওলাই আহিল।

বাহিৰত আজিও ঠিক কালিৰ দৰেই পাৰ-ভঙা উতলা জোনাক।

অসীমে আগতে যি সন্দেহ কৰিছিল, সি আখৰে আখৰে সঁচা হ'ল।

কালি অহা সেই বাটেদিয়েই আহি, অৰ্কিড্ হাউচ্‌টোৰ আঁৰত ৰৈ, সি স্পষ্ট দেখিবলৈ পালে যে, দেৱযানীয়ে আজিও ঠিক কালিৰ দৰেই কংক্ৰীটৰ বেঞ্চ এখনত বহিলৈ, সুদূৰ দিগন্তৰ ফালে ঠিক একে দৃষ্টিৰে যেন চাই আছে।

তেওঁৰ ছৱিখন কালিতকৈও আজি যেন আৰু বেছি করুণ। দেহৰ আৱেশ আৰু বেছি নিশ্চল। মূৰৰ চুলিবোৰ বেছি আউলি জাউলি। গাৰ বসন আৰু অসংযত।

অসীমে দূৰৰ পৰাই সেইদৰে চাই, বেছিপৰ আৰু যেন সংযত হৈ থাকিব নোৱাৰিলে।

তাৰ বেদনা-বিদ্ধ মনটোৱে যেন কঠিনভাৱে এবেলি হাহাঁকাৰ কৰি কৈ উঠিল,

—দেৱযানী! তোমাৰ অন্যায়। ই তোমাৰ মোৰ প্ৰতি অমার্জনীয় নিষ্ঠুৰতা। তুমি কব লাগিব তোমাৰ জীৱনত আৰু কোন আছিল? তুমি কাৰ কথা ভাবিবলৈ এইদৰে অকলে অকলে মাজৰাতি মোক বিছনাত এৰি থৈ, বাহিৰলৈ ওলাই আহিবলৈ আৰম্ভ কৰিছা, মইতো মোৰ মনৰ কোনো কথা তোমাৰ পৰা গোপন কৰি ৰখা নাই! তুমি তেনেহলে তোমাৰ মনৰ তলিখন উজাৰি, উদং কৰি, মোৰ আগত দাঙি নধৰিবা কেলৈ?

অসীমে সেইদৰে আৰু স্থিৰ-চিত্তেৰে বৈ থাকিব নোৱাৰিলে।

সি তাৰ বুকুৰ বোধিব নোৱাৰা এটি অব্যক্ত বেদনা লৈ, দেৱযানীৰ ওচৰলৈ কাষচাপি গ'ল আৰু দেৱযানীৰ কান্ধৰ ওপৰত হাত দুখন জোৰেৰে থৈ, প্ৰকাশ্য আৱেগত যেন কবলৈ ধৰিলে,

—দিবু! তুমি কোৱাঁ, ই জানো মোৰ প্ৰতি তোমাৰ চৰম অন্যায় আৰু নির্দয় কপটতা নহয়! মই ভালকৈ কব পাৰোঁ তুমি কালি ৰাতিও এইদৰে বহুপৰ বিছনাত নাই। ঠিক এই ঠাই ডোখৰতে কিবা ভাবি সম্মোহিতৰ দৰে বহি আছিলা।

তুমি মোক কব লাগিব, এই ঠাই ডোখৰত বহি ইমান তন্ময় হৈ ভাবিবলৈ তোমাৰ কি কথা আছে? নাইবা তোমাৰ জীৱনত কোন এনে আছিল বা এতিয়াও আছে যাৰ কথা তুমি এতিয়াও মনৰ পৰা একেবাৰে মচি পেলাব পৰা নাই?

মইতো মোৰ মনৰ ভিতৰৰ কোনো কথাই তোমাৰ পৰা গোপন কৰি ৰখা নাই? তুমি তেনেহলে তোমাৰ মনৰ সাঁফৰবোৰ মেলি ভিতৰখন মোক উদঙাই নিদেখুৱাবা কেলৈ?

অসীমৰ হাতৰ সুদৃঢ় পৰশত, দেৱযানীৰ সপোনৰ জড়িমা যেন লাহে লাহে ভাঙি গ'ল। দেৱযানীয়ে তাৰ লগে লগে, জড়িত ছন্দেৰে উঠি, অসীমৰ কান্ধৰ ওপৰত হাত এখন থৈ, অতি সপ্নাক্লিষ্টৰ দৰে যেন কবলৈ ধৰিলে,—

—অসীম। মই ঠিক জানিছিলোঁ, এইদৰে তোমাৰ হাতত আগতে কেতিয়াবা এদিন ধৰা পৰিম বুলি। কিন্তু জানিলেও নিজৰ মনটো সংযত কৰি বান্ধি ৰাখিবলৈ মোৰ যেন নিজৰ কোনো শকতি নাছিল।

কিন্তু সি যিয়ে নহওক, তুমি অকণো ভয় নাখাবা বা মোক বেয়া নাপাবা। মই তোমাৰ কোনো অন্যায় কৰা নাই বা কৰিবলৈ বিচৰা নাই। সঁচা কথা যে, মই জীৱনত এজনক এতিয়াও একেবাৰে পাহৰিব পৰা নাই। কিন্তু নোৱাৰিলেও তেওঁ তোমাৰ আৰু মোৰ ভিতৰত কোনো ব্যৱধান ৰচনা কৰা নাই।

মই তেওঁক ভাল পাইছিলোঁনে নাই, সেই কথা তোমাক মই আজিও বোধকৰোঁ কব নোৱাৰিম। কিন্তু তেওঁ মোক বোধকৰোঁ অতি অদ্ভুত ধৰণে আৰু অতি আচৰিত পৰিমাণে ভাল পাইছিল। অৱশ্যে সেই ভাল পোৱা আৰু তোমাৰ ভাল পোৱাৰ লগত সমূলি কোনো সাদৃশ্য নাই আৰু তাৰ কোনো তুলনাও হব নোৱাৰে।

সি যি কি নহওক, কথাটো তোমাক খুলি কব নোৱাৰাত মই আজিলৈকে মনত অকণিকে শান্তি পোৱা নাই, মই আজি খুলিয়েই কওঁ শুনা।

* * * *

বহুদিন আগৰ কথা।

মই তেতিয়া ফ্ৰক পিন্ধা অকমানি সৰু এজনী ছোৱালী। তুমি দেখিছা নহয়, আমাৰ ঘৰটো একেবাৰে ভৰা-দৈৰ পাৰতেই। নগৰৰ

দাঙিয়েদি যোৱা, সেই সক নৈ খনৰ সিপাৰে, আমাৰ ঘৰৰ লগত অতি বেছি ঘনিষ্টতা থকা আৰু এঘৰ মানুহ আছিল।

সেই ঘৰৰ মানুহ গৰাকীক আমি সকৰে পৰাই জেঠাই বুলি মাতিছিলোঁ আৰু তেওঁবিলাকৰ লগত আমাৰ তেনে ধৰণৰ কিবা এটি নিলগৰ সম্বন্ধ থকা বুলিও শুনিছিলোঁ।

জেঠাইৰ ঠিক মোৰে বয়সীয়া মাধৱী নামেৰে এজনী ছোৱালী আছিল। মই আৰু মাধৱী আমি দুয়ো সকৰে পৰাই একেখন স্কুলতে একেলগে পঢ়িছিলোঁ।

মাধৱীৰ বোধকৰোঁ তাইতকৈ মাথোন আঢ়ৈ বছৰ মানৰ সক একেটি ভায়েক আছিল।

নামটো তাৰ—মাণিক।

মই, মাধৱী আৰু মাণিক, আমি তিনিও সকৰে পৰাই সদায় একেলগে ফুৰিছিলোঁ, খেলিছিলোঁ আৰু স্কুললৈও গৈছিলোঁ।

মাধৱীহঁতৰ ঘৰখন, যদিও নৈৰ সিপাৰে, আমাৰ ঘৰখনৰ ঠিক পোনে পোনে আছিল, তথাপি তালৈ নৈখন পাৰ হৈ যাব পৰা কোনো দলং ওচৰত নাছিল। সেয়ে আমাৰ ঘৰৰ পৰা মাধৱীহঁতৰ ঘৰলৈ যাবলৈ হলে, প্ৰায় পোৱামাইলমান ভাটীলৈ হুঁহকি গৈ, ট্ৰাঙ্কৰোডৰ দলংখনৰ ওপৰেদি যাব লাগিছিল। সেই কাৰণে আমি কোনেও সেই বাটেৰে সমূলি অহা যোৱা নকৰিছিলোঁ।

মাধৱীহঁতৰ আৰু আমাৰ ঘৰৰো নিচেই কাষেদি যোৱা ৰেল লাইনটোৰ বাবে সজা, ৰেলৰ এখন সক, ঠেক, বগা দলং আছিল। নিচেই কাষতে থকা বাবে আমি সেই দলং খনেৰেই সদায় অহা-যোৱা কৰিছিলোঁ। কৰিলেও সেই কথা আমি তেতিয়াই ভালদৰে জানিছিলোঁ যে, মানুহ অহা যোৱাৰ কাৰণে এই দলংখন নহয়। আৰু তাৰ ওপৰেদি সেইদৰে অহা যোৱা কৰাটোও অতি বিপদৰ কথা। তথাপি সঘনে সদায় অহা যোৱা কৰোঁতে সেই দলংখনৰ প্ৰতি থকা আমাৰ ভয়টো যেন বহুখিনি কমি গৈছিল। তাতে কোন সময়ত সেই

মলংখনৰ ওপৰেদি বেলবোৰ অহা-যোৱা কৰে, সেই সময় বোৰো আমি তেতিয়া মুখস্থ মতাৰ দৰেই কৰ পাৰিছিলোঁ।

মাণিক লৰাটো সকবে পৰাই অলপ আচৰিত ধৰণৰ ল'ৰা আছিল।

সি বৰ অভিমানী আছিল আৰু তাৰ সমনীয়া কোনো ল'ৰাৰ লগতেই বৰ বেছিকৈ কথা বতৰা নাপাতিছিল আৰু সিহঁতৰ লগত তেনেদৰে ধেমালি-ধুমুলাও নকৰিছিল।

সি প্ৰায় বেছি ভাগ সময়ে মাধুৰী আৰু মোৰে লগতে সদায় থাকিবলৈ বেছি ভাল পাইছিল।

সি সৰুৰে পৰাই বৰ ধুনীয়া ছবি, আঁকিব পাৰিছিল আৰু তাৰ মুখৰ গঢ়টোও সাইলাখ শিল্পীৰ লেখিয়াই আছিল।

দেখিবলৈ মুখখন কিছু খীণ হলেও, বেছ পাহি-কটা ধুনীয়া এটি নাক। বৈ-পৰা এযুৰি চকু। আউলি-জাউলি চুলিবোৰ সদায় কপালৰ ওপৰতে বাগৰি পৰি থাকে।

সি তেতিয়াই আমাক কৈছিল যে, যেতিয়া সি ডাঙৰ হব, সি হেনো এজন বৰ নাম কৰা শিল্পী হৈ উঠিব আৰু মোৰ মুখৰ ছবিখন পৃথিৱীত যাউতি-যুগীয়াকৈ আঁকি থৈ যাব। এই মুখখনৰ আকৃতি, ৰং আৰু ভঙ্গীমাটো হেনো সি সদায় আঁকিবলৈ যত্ন কৰে আৰু তাৰ ৰূপটো হেনো তাৰ মনত পৃথিবীত আটাইতকৈ বেছি ধুনীয়া যেন লাগে।

সি যেতিয়া কিছু ডাঙৰ হ'ল, লাহে লাহে কৱিতাৰ কিতাপবোৰৰ পৰা বৰ ধুনীয়াকৈ কৱিতা আবৃত্তি কৰি থাকে আৰু কেতিয়াবা আমাকো মাতিনি তাকে গাই শুনায়।

সি আটাইতকৈ আবৃত্তি কৰি বেছি ভাল পাইছিল—গনেশ গগৈ আৰু ছুৱবাদেৱৰ ব্যৰ্থময় প্ৰেমৰ কৱিতাবোৰ।

কেতিয়াবা কেতিয়াবা এই কৱিতাবোৰ আবৃত্তি কৰোঁতে তাৰ ধুনীয়া চকুহাল তেনেই চলচলীয়া হৈ উঠে আৰু সি বোধকৰোঁ কৰ

নোৱাৰা কৈয়ে তাৰ পৰা চকু পানীবোৰ গিৰ্‌গিৰ্‌কৈ ঝৰি পৰিবলৈ ধৰে।

আমি ভেতিয়া অবাক হৈ তাৰ মুখলৈ কেৱল একেথৰে চাই থাকোঁ আৰু তাক পৰাপক্ষত একোকে নকওঁ।

এই দৰেই মাণিক লাহে লাহে ডাঙৰ হৈ আহিবলৈ ধৰিলে।

সি ক্লাছ এইটৃ আৰু আমি ছয়ো ক্লাছ টেন পাওঁহি।

এদিন দেখিলোঁ সন্ধিয়া, সি বেছ অলপ উদ্বিগ্ন ভাবেই মোৰ কোঁঠালীত আহি অকলে অকলে সোমাল আৰু মোৰ ওচৰলৈ আহি, যথেষ্ট উচ্ছ্বাসেৰেই কলে,

—বাইদেউ! মই আজি এটা নিজে কৱিতা লিখি, আপোনাক পঢ়ি শুনাবলৈ আনিছোঁ। আহক, আমি দুয়ো সৌ খিড়িকীখনৰ ওচৰলৈকে যাওঁ আহক। মই আপোনাৰ আগত কৱিতাটো পঢ়ি যাওঁ।

মই মাণিকৰ কথাবোৰলৈ বৰ বেছি মন দিয়া নাছিলোঁ। সি মোক এক প্ৰকাৰ জোৰ কৰিয়ে সেই খিড়িকীখনৰ ওচৰলৈ টানি লৈ গ'ল আৰু সি লিখি অনা তাৰ কৱিতাৰ বহীখনৰ পৰা, সঁচাকৈয়ে এটি কৱিতা পঢ়ি যাবলৈ ধৰিলে।

দেখিলোঁ আবেশৰ আতিশয্য আজি তাৰ আৰু অলপ বেছি। সেই আতিশয্যত যেন ধুনীয়া তেজ-গোৰা মুখখন তাৰ তেনেই ৰঙা পৰি উঠিছে। কপালৰ আৰু ডিঙিৰ কাষৰ সিৰবোৰ যেন ওখ হৈ জিলিকি পৰিছে। তাৰ মাতটো আবেশত সেমেকি একেবাৰে ভঙা ভঙা যেন হৈ ওলাইছে।

মাণিকে তাৰ কৱিতাটো পঢ়ি শেষ কৰিলে।

দেখিলোঁ শব্দ বিন্যাসত আৰু লালিত্যত কিছু আড়ষ্টতা থাকিলেও তাক এটি মূৰ্ত প্ৰেমৰ খণ্ড কৱিতাই বুলি কব পাৰি।

তাৰ ভিতৰৰ কথাটি হ'ল এই যে, সি হেনো জীৱনত কাবোবাক অন্তৰ ভৰি ভাল পাইছিল। কিন্তু সেই ভালপোৱাৰ পথ সি জানে

একেবাৰে কন্ধ। তাৰ গতি জীৱনতে মৰা। সেয়েহে সি ঠিক কৰিছে জীৱনত কেৱল দুখৰ কবিতা গাই যাবলৈকে। এই কৱিতাবোৰেই তাৰ জীৱনৰ সঙ্গী আৰু কণ্ঠহাৰ হব আৰু সি গুচি যোৱাৰ পিছত, তাৰ জীৱন সুঁতিৰ দুয়োপাৰে এনি-তেনি পৰি থাকিব।

মাণিকৰ কৱিতাটো শুনি, মই অলপ আচৰিত হোৱাৰ দৰে তাৰ মুখলৈ চালোঁ। মই ঠিক ধৰিব নোৱাৰিলোঁ, কৱিতাটো বা তাৰ ভিতৰৰ কথাখিনি মাণিকৰ নিজৰেই নে অ'ৰত'ৰ কাৰবাৰ পৰা ধাৰ কৰি অনা।

সি যি নহওক মই তাৰ মনৰ ভিতৰৰ অনুভূতি খিনিৰ কোনো উমান লবলৈ চেষ্টা নকৰি এনেয়ে কলোঁ।

—মাণিক! তোমাৰ কৱিতাটো হওঁতে মই বৰ বেয়া পোৱা নাই। কথা হ'ল, এনে কৱিতা লিখাৰ বয়স মই ভাবোঁ তোমাৰ এতিয়াও হোৱা নাই। তুমি যদি শিল্পী হোৱাৰ কল্পনা এৰি দি, এতিয়া কৰি হোৱাৰ কথাকেই ভাবিছা তেনেহলে সি একো বেয়া কথা নহয়। চেষ্টা কৰিলে তুমি নিশ্চয় কবি হব পাৰিবা। কিন্তু তাৰ কাৰণে তুমি সময়লৈ কিছু অপেক্ষা কৰিব লাগিব আৰু ভালধৰণে পঢ়া-শুনাও কৰিব লাগিব। মোৰ বিশ্বাস তুমি ডাঙৰ হলে, এইদৰে চেষ্টা কৰিলে ইয়াতকৈও আৰু বহু ভাল কৱিতা লিখাৰ সুযোগ ভৱিষ্যতে পাবা।

মাণিকে মোৰ কথাবোৰ শুনি, বৰ বেথাহতৰ দৰে মোৰ চকুলৈ চাই লাহে লাহে কলে,

—বাইদেউ! আপুনি বোধকৰোঁ মোৰ অন্তৰৰ কথাখিনি হয়তো এতিয়াও ভালকৈ বুজিব পৰা নাই। ভৱিষ্যতে কোনো কৰি হোৱাৰ দুৰাকাংক্ষা মোৰ মনৰ ভিতৰত সমূলি নাই। আনকি মোৰ মনৰ পৰা জীৱনৰ সকলো আশা আকাংক্ষাই লাহে লাহে যেন আঁতৰি যাব লাগিছে। কব নোৱাৰো কেলৈ মোৰ যেন মনত

এনে এটি ভাব হৈছে যে, মোৰ জীৱনৰ কোনো ভৱিষ্যতেই নাই। তাৰ গতিপথ বন্ধ, শুকান, বন্ধ্যা, মৰুভূমি এখনৰ মাজলৈ যেন লাহে লাহে সোমাই যাব লাগিছে।

মাণিকৰ কথাবোৰ শুনি মোৰ যেন অনুমান হ'ল সি জানোবা কৰবাত বৰ ডাঙৰ এটি আঘাত পাইছে। সেয়েহে তাক অলপ উচ্ছ্বাস দিবলৈ মই সহানুভূতিৰ ছলেৰে কলোঁ—

—মাণিক! তুমি কেতিয়াও মোৰ আগত এনেকুৱাবোৰ নৈৰাশ্য-ভৰা কথা নকৰা।

কোনে কলে তোমাৰ ভৱিষ্যত একেবাৰে নাই বুলি? তোমাৰ জীৱন আৰম্ভই হোৱা নাই এখোন। সমুখত হয়তো কিমান বিস্তৃত সুখৰ, কিমান অপাৰ আনন্দৰ জীৱন পৰি আছে, কোনে কব পাৰে?

তুমি অকাৰণ এই নিৰাশাবাদ এৰি দিয়া। জীৱনত সুখৰ ভৱিষ্যত আৰু আনন্দৰ কথাবোৰ ভাবিবলৈ লোৱা।

মাণিকে সেইদৰেই বেথা-হতৰ দৰে, মোৰ চকুলৈ চাই, বেদনা মিশ্রিত ধুনীয়া করুণ হাঁহি এটা মাৰি কলে,

—বাইদেউ! জোৰ কৰি তেনেবোৰ কথা ভাবিলে কি হব? মই প্ৰাণেৰে সৈতে অনুভৱ কৰি পাইছোঁ যে, মোৰ জীৱন দীঘলীয়া হলেও তাক সদায় নিৰাশ হমুনিয়াহৰ মাজেৰেই কটাব লাগিব। মই বিচৰা বস্তুটো জীৱনত কেতিয়াও নাপাওঁ! সেয়ে মই ভৱিষ্যৰ কথা ভাবিবলৈ এতিয়া এৰি দিছোঁ। মই ভাবোঁ কেৱল বৰ্ত্তমান কথাই। কিয়নো দুখৰ নিৰাশ দীঘলীয়া ভৱিষ্যতকৈ, বৰ্ত্তমান সুখৰ সৰু সৰু খণ্ড মুহূৰ্ত্তবোৰৰ মূল্য বহু বেছি। সেয়ে মই কেৱল তেনেকুৱা মুহূৰ্ত্তৰ কথাই এতিয়া বেছিকৈ ভাবোঁ আৰু তাকে পাবলৈ সদায় যত্ন কৰোঁ।

কথা খিনি কৈ মাণিকে আকৌ তাৰ হাতৰ বহীখন মেলি ললে আৰু তাৰ পৰা আধা লিখা কৱিতা এটি আকৌ পঢ়িবলৈ ধৰিলে। কথাবোৰ সি অলপ আগেয়ে মোক কোৱা কথাবোৰৰ দৰেই।

মই সেইদৰেই এটি বিমূঢ়তাৰ ভাব লৈ মাণিকৰ কৱিতাটো শুনি

গলোঁ। মনে মনে অলপ ভাবিবলৈ যত্ন কৰিলোঁ, মাণিকৰ মনটো কিয় অকাৰণে, অকালতেই এনে বিষাদবাদী হৈ উঠিল! তাৰ মনলৈ কিহে ইমানকৈ নিৰাশাৰ এই ক'লা ডাৱৰবোৰ টানি আনিলে? ই তাৰ মনৰেই কিবা এটা বিকৃত সৃষ্টি, নে ঘটনা পৰম্পৰাৰ লগতো তাৰ কিবা অদৃশ্য এটি সংযোগ আছে?

সময় এইদৰেই গৈ থাকিল।

মই তেনেকৈ অকলে অকলে মাণিকৰ পৰা বহু কৱিতাই শুনিলোঁ।

সময় নাই, অসময় নাই, সি অলপ সুযোগ পালেই তাৰ কৱিতাৰ বহীখন হাতত লৈ মোৰ কোঁঠালীৰ ভিতৰত সোমায় আৰু মোক প্ৰায় এক প্ৰকাৰ জোৰ কৰিয়েই বহুৱাই লৈ, তাৰ কৱিতাবোৰ শুনাই যায়। মই কেতিয়াবা মন দি শুনোঁ, কেতিয়াবা অলপ অন্যমনস্ক যেন দেখুৱাওঁ। কিয়নো কথাবোৰ তাৰ মোৰ মনত প্ৰায় অবোধ-গম্য যেনেই লাগে। কিন্তু লাগিলেও উপায় নাই। কিয়নো মই অলপ বিতৰাগ যেন দেখুৱালে, অন্য মনস্ক হৈ পৰিলে, মাণিক ক্ষুণ্ণ হৈ পৰে। সি ক্ষুব্ধ হৈ মোক কয় যে, সি মোৰ পৰা অইন একো বিচৰা নাই। কেৱল সামান্য সহানুভূতি আৰু অন্তৰৰ সমবেদনাকেই বিচাৰিছে। গতিকে মই যেন তাক কেতিয়াও নিৰাশ নকৰো, অন্তৰত আঘাত নিদিওঁ। আনৰ পৰা সহ্য কৰিব পাৰিলেও সি মোৰ পৰা তেনে ব্যৱহাৰ হেনো কেতিয়াও সহ্য কৰিব নোৱাৰে।

এই দৰেই দিন গৈ আছিল।

এদিন ৰাতিৰ কথাটো মোৰ এতিয়াও স্পষ্টকৈ মনত আছে।

সময় বোধকৰোঁ আমাৰ মেট্ৰিকৰ টেষ্ট-পৰীক্ষাৰ কিছু আগে আগে।

পঢ়াশুনাত সকলো পৰাই মই সদায় বৰ মনোযোগী ছোৱালী আছিলোঁ আৰু সিদিনাও বৰ মনপুতিয়েই পঢ়া-শুনাত লাগি আছিলোঁ।

এনেতে দেখিলোঁ। আনকালতকৈ যেন কিছু বেছি বাতি, কি এটি জৰুৰী কথাৰ অজুহাত দেখুৱাই, মাণিকে মাধৱীৰ পৰা কিতাপ এখন দিয়ালৈ অহাৰ ছলেৰে, মোৰ পঢ়া কোঁঠালীত সোমাল আৰু সিদিনা যেন আগতকৈও অলপ বেছি অন্তৰৰ অস্থিৰতা লৈ মোৰ ওচৰলৈ আহি কলে—

—বাইদেউ! আপুনি মোক বেয়া নাপায় যেন, মই জানোঁ আপুনি এতিয়া পঢ়া-শুনাত বৰ ব্যস্ত বুলি; তথাপিও প্ৰাণৰ কি এটি উচ্ছ্বাসত এষাৰ কথা আপোনাক আজি নকৈ থাকিব নোৱাৰিলোঁ।

জানে বোধকৰোঁ, আজি শুক্লা চতুৰ্দশী। আপোনালোকৰ পদূলি-মুখৰ শেৱালি জোপা, অতি অপৰ্য্যাপ্ত ফুলিছে। কালি ৰাতিও আকাশত, ঠিক আজিৰ দৰেই এনেই পাৰ-ভঙা উতলা জোনাক আছিল। কব নোৱাৰোঁ কেলেই সেই জোনাকত, মই মনে মনে আহি, কালি ৰাতি বহুপৰ আপোনোলোকৰ সেই শেৱালি জোপাৰ তলতে বহি আছিলোঁ। সেই দৰে বহি থাকোঁতে থাকোঁতে কিয় জানো মোৰ মনত হঠাতেই এনে এটি ভাব হ'ল যে, এই দৰে মানুহ জনম ধৰি অকাৰণে মিছাকৈ থকাতকৈ, বোধকৰোঁ কাবোবাৰ পদূলি মুখৰ আগৰ একোপা শেৱালি গছ হব পৰাহেঁতেনেই বেছি ভাল আছিল। কিয়নো তেতিয়া অইন কোনো কামত নালাগিলেও, মই অন্ততঃ তেওঁৰ পদূলিমুখৰ দূৰবিথিনি সদায় মোৰ সৰা-ফুল কিটিৰে বগা কৰি ৰাখিব পাৰিলোহেঁতেন আৰু কোনে জানে হয়তোবা তাৰ অকণমানি মধুৰ সুৰভিৰে কেতিয়াবা তেওঁৰ অন্তৰখনি পৰশি যাবও পাৰিলোঁহেঁতেন।

বাইদেউ! মই সঁচাকৈ কৈছোঁ, কালি ৰাতি ইয়াৰে পৰা গৈ, ঠিক সেই ভাৱটোকে লৈ মই এটি কৱিতা লিখিছিলোঁ আৰু সেই কৱিতাটোকেই মই আজি আপোনাক পঢ়ি শুনাব খোজোঁ। কিন্তু ক্ষমা কৰিব। সেই কবিতাটো এতিয়াই আৰু ইয়াতে মই আপোনাক

পঢ়ি শুনাব নোৱাৰিম। তাৰ ভিতৰৰ গভীৰ ভাৱটো ভালকৈ উপলব্ধি কৰিবলৈ হলে মোৰ লগত আপুনি এখন্তেক সেই শেৱালি জোপাৰ তললৈ যাব লাগিব।

সেয়েহে ভাবিছোঁ যে, আজি ৰাতিও কালিৰ দৰেই মই এবেলি অকলে অকলে সেই শেৱালিৰ তললৈ আহিম। আৰু আহি তাৰে পৰাই আপোনাক এটি সঁহাৰি জনাম। মোৰ দহোকুৰি শপত। আপুনি যেন সেই সঁহাৰিটি শুনিলে—এবেলি বাজলৈ ওলাই আহে। বেছিপৰ নহয়, মাত্র দুই বা তিনি মিনিটৰ কাৰণে। কোনে জানে হয়তোবা মোৰ প্রাণৰ ভিতৰত এনে উচ্ছ্বাসৰ ঢেউ আৰু উথলি উঠিবও পাৰে আৰু হয়তোবা এনেদৰে ভৱিষ্যতে মই আপোনাক আৰু কেতিয়াও আমনি নিদিবও পাৰোঁ।

কথাবোৰ মাণিকে ইমান উচ্ছ্বাসেৰে আৱেগ ঢালি কৈ গ'ল যে, মই তাক বাধা দিম বুলিও ভাবি থাকি, শেষলৈ তেনে কৰিব নোৱাৰিলোঁ।

গতিকে আহিম বুলিয়েই তাক প্রতিশ্রুতি দি পেলালোঁ। আৰু সি সেই প্রতিশ্রুতি পাই, মোৰ ওচৰৰ পৰা, বেছ আনন্দ মনেই বিদায় লৈ গুচি গ'ল।

ঠিক এই একে আহিন মাহ।

আকাশত আজিৰ দৰেই অবিকল ফৰিংফুটা বগা জোনাক।

তেতিয়া ৰাতি কিমান হৈছিল, মই সমূলি একো কব নোৱাৰোঁ। কেৱল কব পাৰোঁ ইয়াকেই যে, সিদিনা ৰাতি শুবলৈ গৈয়ো মই বিছনাত ভালদৰে শুব পৰা নাছিলোঁ। আৰু শুই শুইও কেৱল মাণিকৰ সেই কথাবোৰকেই উৰাই-ঘূৰাই ভাবি আছিলোঁ।

এনেতে সি বুজাই দি থৈ যোৱা সেই সহাঁৰিটি পালোঁ। আৰু পাছে, মই মোৰ শোৱা কুঠৰীৰ দুৱাৰখন মনে মনে খুলি লৈ, বাহিৰলৈ ওলাই আহিলোঁ।

দেখিলোঁ, বাহিৰৰ উজ্জ্বল জোনাকত সি আমাৰ সেই শেৱালি জোপাৰ তলতে, মোলৈ অপেক্ষা কৰি বৈ আছে।

আমি ছুয়ো মাণিকৰ কথামতেই সেই শেৱালি জোপাৰ তলতে পৰি থকা, শিলটোৰ ওপৰত বহিলোঁ গৈ।

সেই শিলটোৰ কাণৰ পৰাই আমাৰ পদূলি মুখত থকা শিলৰ ওখ খটখটীখন আৰম্ভ হৈছে।

সেই খটখটী খনৰ তলতেই হ'ল সমুখৰ আলি বাটটো। সেই বাটটোৰ সি দাঁতিৰ পৰাই তৰা-দৈৰ খিয় গৰাবোৰ তললৈ নামি গৈছে। তাৰে তলত নৈ খন। আৰু সেই নৈৰ সিপাৰেই হৈছে মাণিক-হঁতৰ ঘৰটো। সেই ঘৰটোৰ কাষেদি যোৱা কুটুকানিখনৰ সিকালেই ৰেলৰ লাইনটো। আৰু তাৰ বাৰে সজা তৰা-দৈৰ ওপৰৰ সেই ৰেলৰ সক বঙা ঠেক দলংখন। এই আটাইবোৰ বস্তুকেই আমি বহা ঠাই ডোখৰৰ পৰা উজ্জ্বল জোনাকত বেছ ধুনীয়াকৈ দেখিবলৈ পাইছিলোঁ।

মই সেইদৰেই মাণিকৰ গাতে লগাই, সেই শিলটোৰ ওপৰত বহি তাৰ কৱিতাটো শুনি গৈ আছিলোঁ।

সি কৱিতাৰ বহীখন বন্ধ কৰি লৈ, জোনাকত বেছ উন্মুক্ত ভাৱেই কৱিতাটো আবৃত্তি কৰি গৈ আছিল।

দেখিলোঁ, তাৰ কথা আৰু ভাৱৰ উচ্ছ্বাসবোৰ আজি সম্পূৰ্ণ বেলেগ ধৰণৰ। তাৰ অন্তৰৰ খউকি-বাথউবোৰ আজি ইমানেই বেছি যে, কথাবোৰ সি সমূলি ভালকৈ প্ৰকাশ কৰিব পৰা নাই। আকাৰে-ইঙ্গিতে, ভাৱ-গতিৰে সি কেৱল বুজাবলৈ বিচাৰিছে ইয়াকেই যে, তাৰ জীৱনটো বোধকৰোঁ শেৱালিৰ দৰেই ক্ষণস্থায়ী আছিল আৰু সিও আছিছিল জীৱনলৈ কেৱল শেৱালিৰ দৰেই ক্ষণিকতাৰ এটি আৱেশ লবলৈ। তথাপি তাৰ মনত অকণিকে কোনো দুখ বা খেদ নাই। সি সদায় সেই শেৱালি জোপাৰ দৰেই তাৰ পৰাণ-প্ৰিয়ৰ পদূলি মুখত কেৱল বৈ থাকিবলৈ বিচাৰে, যাতে তাৰ সৰহি-যোৱা ফুলবোৰৰ অকণমান অলক্ত ৰাগেৰে সি

তেওঁৰ ভৰিৰ তলুৱা দুখন সদায় বেঙাই থাকিব পাৰে আৰু তাৰ অকণমানি বুকৰ মধুৰ সুৰভিৰে হয়তোবা তেওঁৰ মনৰ ভিতৰখন কেতিয়াবা অলপ চুই যাব পাৰে।

মই সেইদৰেই এটি তন্ময়তাত পৰি, মাণিকৰ কৰিতাটো মন-দি শুনি গৈ আছিলোঁ।

সি কৰিতাটো শেষ কৰি, তাৰ হাতৰ বহীখন লাহে লাহে মোৰ হাতৰ মাজলৈ ঠেলি দিলে আৰু মোৰ দুয়োখন হাত তাৰ হাতৰ মাজলৈ নি অতি আলফুলকৈ এবেলি চুই চালে। তাৰ পিছত হাত দুখন লাহে লাহে অলপ ওপৰলৈ তুলি নি এবেলি যেন তাৰ কপালত লগাই, আকৌ তললৈ নমাই আনিলে। আৰু তাৰে ওপৰত যেন অতি আৱেশেৰে মুখখন থৈ নিচেই সৰুকৈ এটি চুমা খালে। নিতান্ত সৰু, গম-পোৱা-নোপোৱা, কম্পমান, মৃদু এটি চুমা। কিন্তু সেয়ে হলেও তাৰ ভিতৰত যেন অতি তীব্ৰ, অতি তীক্ষ্ণ কিবা অদ্ভুত জ্বালাময়ী, মাদকতাসনা এটি বিহ্বলতা লুকাই আছে। জীৱনত মই তেনে মৃদু-অদ্ভুত-তীব্ৰ বিহ্বলতাভৰা চুমাৰ সোৱাদ আজিলৈকে আৰু কতো পোৱা নাই।

সেয়েহে কিবা অস্থিৰতাত পৰি; মই মোৰ হাত দুখন তেনেকৈয়ে এৰি দি কিছুপৰ বৈ আছিলোঁ। কিন্তু এবেলি তাৰ পিছতেই মনটো সামৰি লৈ, মই হাত দুখন কোঁচাই আনিলো আৰু লগে লগে উঠি লৈ, কিছু যেন দৃঢ় ভাৱেই কলোঁ,

—মাণিক! বহু ৰাতি হ'ল, তুমি এতিয়া ঘৰলৈ যোৱাগৈ, ময়ো যাওঁ। আমি ইয়াত এইদৰে আৰু থাকিব নালাগে।

মোক সেইদৰে উঠি গুচি যাব খোজা দেখি, মাণিকেও লাহে লাহে যেন উঠি থিয় দিলে আৰু বৰ বিষণ্ণ মনেৰে মোৰ চকুলৈ চাই, কিছু যেন অনুশোচনাৰ সুৰত কলে।

—বাইদেউ! মই বুজি পাইছোঁ, আপুনি বোধকৰোঁ মোৰ ব্যৱহাৰত কিছু ভুল হৈছে। কিন্তু আপোনাক প্ৰকৃততে ভুল কৰা মোৰ

কোনো অভিপ্ৰায় নাছিল। বোধকৰোঁ মই কব নোৱাৰাকৈয়ে কৰবাত বৰ ডাঙৰ কিবা এটি মাৰাত্মক ভুল হৈ গ'ল।

ষ'ক। এনেভুল মই আৰু জীৱনত কেতিয়াও নকৰোঁ। পাৰে যদি এবাৰলৈ আপুনি মোক ক্ষমা কৰিব।

কথাখিনি কৈ, কিছু যেন বেগাবেগিকৈয়ে মাণিকে খটখটী খনেৰে তললৈ নামি গ'ল আৰু একেবাৰে আলিবাট পালেগৈ।

আৰু তাৰপৰাও ক্ৰমান্বয়ে ৰেলৰ দলংখনৰ পিনে আগুৱাই যাবলৈ ধৰিলে।

মই সেইদৰেই আমাৰ পদূলিমুখৰ খট্‌খটীখনৰ মুৰৰ শিলটোৰ ওপৰতে থিয় হৈ, দূৰৰ পৰাই মাণিকক চাই আছিলোঁ।।

দেখিলোঁ, সি তেনেকৈ গৈ গৈ ৰেলৰ দলং খন পালেগৈ আৰু দলঙৰ মাজত ৰৈ এবেলি মোলৈ উভতি চালে।

মোক সেইদৰে খট্‌খটীখনৰ মূৰতে ৰৈ থকা দেখি মাণিকে দলঙৰ ওপৰতে থিয় হৈ তাৰ জেপৰ পৰা কমাল এখন উলিয়ালে আৰু সেই কমাল খন জোকাৰি জোকাৰি মোক বিদায় সম্ভাষণ জনালে।

কব নোৱাৰোঁ কেলৈ, ময়ো সেইদৰে খটখটী-মূৰতে থিয় হৈ, জোনাকত মোৰ শুদা হাতখন দাঙি, দূৰৰ পৰাই তাক প্ৰতি-সম্ভাষণ জনালোঁ।

আমি দুয়ো সেইদৰেই থিয় হৈ দূৰৰ পৰাই, জোনাকত হাত জোকাৰি সম্ভাষণ জনাই আছিলোঁ।

এ'নেতে হঠাতে এটি অতি ভয়ঙ্কৰ ঘটনা হৈ গ'ল।

ৰাতিৰ সেই নিস্তব্ধতা ভেদ কৰি, অতি ভীষণ শব্দ কৰি, বিৰাট বেগেৰে ৰেল এখন যেন সেই দলংখনৰ অভিমুখে লৰি আহিবলৈ ধৰিলে।

দূৰৰ পৰাই দিয়া ৰেলৰ সেই দীঘল উকিটো শুনি মোৰ যেন বুকুখন কঁপি উঠিল আৰু আচম্বিতে মনত পৰি গ'ল যে, মাজৰাতি

ঠিক তেনে সময়তে সদায় ভাটী ফালৰ পৰা, বৰ দীঘলীয়া এখন পেচেঞ্জাৰ ট্ৰেইন আহে।

সেয়ে ৰেলৰ উকিটোৰ লগে লগেই মই আতঙ্কত বিজুলী যোৱা দি লৰি আলিবাটৰ তললৈ নামি গলোঁ। আৰু দূৰৰ পৰাই চিয়ঁৰি চিয়ঁৰি হাত জোকাৰি মাণিকক মাতি কলোঁ।—

—মাণিক! ৰেল। ৰেল। তুমি বেগতে দৌৰি দলংখন পাৰ হৈ যোৱাগৈ।

দেখিলোঁ। মাণিকে মোৰ চিয়ঁৰলৈ কোনো ভ্ৰুক্ষেপেই নকৰিলে। সি যিদৰে দলংখনৰ মাজত থিয় হৈ মোলৈ চাই কমালখন জোকাৰি আছিল, ঠিক তেনেকৈয়ে নিশ্চিন্ত মনে আৰু এবেলি কমালখন জোকাৰি ললে। আৰু ৰেলখন ঠিক দলংখনৰ ওচৰ চপাৰ লগে লগেই দলঙৰ ৰেলিঙৰ ওপৰলৈ বগুৱা বাই উঠি, তাৰে পৰা তলৰ ভৰাদৈৰ গভীৰ বুকলৈ, প্ৰকাণ্ড এটা জাপ মাৰি পঠিয়ালে।

মই প্ৰাণখুলি চিয়ঁৰিলেও মোৰ সেই চিয়ঁৰলৈ কোনো কাণষাৰ নকৰি, ৰেলখন যিদৰে অকস্মাতে লৰি আহিছিল, ঠিক সেইদৰেই লৰি গুচি গ'ল গৈ।

কিন্তু মই তথাপি চিয়ঁৰি থকা দেখি, ওচৰৰ ঘৰবোৰৰ পৰা, লাহে লাহে দুই এক কৈ মানুহ বাজলৈ ওলাবলৈ ধৰিলে আৰু সকলোয়ে মোৰ কথামতে তেতিয়াই, ভৰা-দৈৰ বুকত নামি মাণিকক নানা উপায়ে বিচৰাত লাগিল।

কিন্তু ভৰা-দৈত তেতিয়া যথেষ্ট পানী আছিল। সেই ঠাইডোখৰ সাধাৰণতে অতি দ আৰু তাৰ ঘুলিত সদায় তলতীয়া সোঁতৰ ডকাকুটি থাকে।

সেয়েহে সেই ৰাতি ইমানকৈ বিচাৰি বিচাৰিও, কোনো মানুহেই আৰু মাণিকৰ লাচটো পানীৰ তলৰ পৰা ওপৰলৈ তুলিব নোৱাৰিলে আৰু তাক কতো বিচাৰিও নাপালে।

তাৰে তিনি দিন পিছত, অৱশেষে বহু ভটীয়নিত গৈ, একেবাৰে

লুইতৰ মুখত, তাৰ দেহাটো এদিন আপোনা-আপুনি ওপৰলৈ ওপঙি উঠিছিল।

সেই খবৰটো পাই, আনৰ লগতে ময়ো তাক চাবলৈ ভাটিলৈকে গৈছিলোঁ।

দেখিছিলোঁ যে, তিনি দিন পানীৰ তলত থকাৰ পিছতো তাৰ মুখখনত কোনোৰূপ বিকৃতিৰ চিন ফুটি ওলোৱা নাই। সি মোৰ ওচৰৰ পৰা গোৱাৰ সময়ত তাৰ মুখত যিটো অব্যক্ত গম্ভীৰ করুণতা-ভৰা ৰূপ ফুটি ওলাইছিল, ঠিক সেই ৰূপটোৱে যেন তেতিয়াও তাত একেদৰে লাগি আছে, অৱশ্যে আনে কথাটো ঠিক তেনে যেন দেখিছিল নে নাই মই কব নোৱাৰোঁ। মোৰ চকুত হলে, ছবিখন হুবহু ঠিক তেনে যেনেই লাগিছিল।

—অসীম! তুমি মোক বেয়া নাপাবা বা অকণিকে ভুল নুবুজিবা। তোমাক কব খোজা কথা, ঠিক এই টোৱেই।

মই ইয়াত নিজৰ পৰা কোনো কথা যোগ দিয়া নাই বা কোনো কথা তোমাৰ পৰা গোপন কৰিবলৈকো চেষ্টা কৰা নাই। যি ঘটিছিল বা যি ঘটা যেন দেখিছিলোঁ কেৱল তাকেই যতদূৰ সম্ভৱ নিভুল ভাৱে আৰু নিৰ্ভয়ে তোমাৰ আগত কবলৈ যত্ন কৰিছোঁ।

এই কথা ঠিক যে এই ঘটনা ঘটিবৰ আজি বহু দিন হৈ গ'ল। তাৰ বহু দিন পিছত, এইদৰে স্বইচ্ছাৰে বিয়া-বাৰু কৰাই, তোমাৰ লগত ঘৰ-সংসাৰ কৰি মই ঘৰৰ পৰা বহু আঁতৰত, যথেষ্ট সুখেৰেই দিন নিয়াব লাগিছোঁ। এই কথাও তোমাক মই অতি নিঃসন্দেহে কব পাৰোঁ যে, মোৰ অন্তৰত কোনো অপূৰণ মনোভিলাষ বা প্ৰচ্ছন্ন অভাৱ নাই। তথাপি তোমাৰ আগত কবলৈ মই যথেষ্ট লাজকেই পাইছোঁ যে, মই আজিলৈকে কিয়জানো মাণিকৰ সেই কথাবোৰ মোৰ স্মৃতিৰ পৰা একেবাৰে নিশ্চিহ্নকৈ মচি পেলাব পৰা নাই। বিশেষকৈ আহিন মহীয়া, এনেকুৱা উতলা জোনাক ৰাতি, আকাশত জোনটো দেখিলে বা শেৱালি ফুলৰ সুবভিবোৰ পালে, কিয় জানো

হঠাতে কেতিয়াবা মোৰ ভালৈ মনত পৰে আৰু তাৰ অশৰীৰি আত্মাৰ কিবা এটা আকুল পৰশে বাৰে বাৰে আহি মোক আগচি ধৰা যেন লাগে। ঠিক তেনেকুৱা দুৰ্বল মুহূৰ্ততে, মই অলপ অন্যমনস্ক হৈ মাজে মাজে বাহিৰলৈ ওলাই আহোঁ আৰু জোনাকত অকলে অকলে বহি তন্ময় হৈ কিছু ভাবিবলৈ চেষ্টা কৰোঁ। ভাবোঁ, বাস্তৱিকতে মাণিকে তেনে অদ্ভুত ভাবে মোৰ পৰা সঁচাকৈ তেতিয়া বিচাৰিছিল কি? আৰু কি পাই বা নাপাই, সি তেনে আচৰিত ধৰণে হঠাতে মোৰ পৰা আঁতৰি গুচি গল? তাৰ বাবে মই সঁচাকৈ কেনেবাকৈ কিবা প্ৰকাৰে কৰবাত জগৰীয়া নেকি?

কথাখিনি কৈ, বুজাব নোৱাৰা যেন এটি অসীম ব্যথাত দেৱযানীয়ে অসীমৰ চকুলৈ এবেলি চাই, অতি নিঃসহায়ৰ দৰে যেন তাক সাবটি ধৰিলে আৰু তাৰ প্ৰশস্ত বুকুখনৰ মাজতেই যেন নিজৰ অন্তৰৰ সকলো পৰিতাপবোৰ ঢালি দিবলৈ বিচাৰিলে।

অসীমেও ঠিক সেইদৰেই প্ৰকাশ কৰিব নোৱাৰা এটি মূক ব্যথাত দেৱযানীক অতি প্ৰবল ভাবে যেন আকোৱালি ধৰি ৰ'ল।

চাওঁতে চাওঁতে অসীমৰ সেই প্ৰগাঢ় বাহু বন্ধনৰ মাজত, দেৱযানীৰ চকুদুটি তেনেই সিক্ত হৈ উঠিল আৰু সি গম নোপোৱাকৈয়ে যেন তাৰ বুকুৰ ওপৰেদি, জোনাকৰ দৰে শুভ্ৰ দুটোপা চকুপানী, তাৰ পৰা তললৈ বাগৰি গ'ল।

সিহঁত দুয়োৰে পৰা বহু আঁতৰত, সেই টিলাটোৰ সমুখেদি যোৱা মৰা-সুঁতিটোৰ বুকত বাতিৰ ঘুৰণীয়া, বগা জোনটোৰ ভাঙৰ ছবিখন, হঠাতেই কিয়জানোঁ এবেলি টলমলকৈ কঁপি উঠিল।

কৰবাৰ পৰা উৰি অহা এজাটি তীব্ৰ বতাহে, সিহঁত দুয়োৰে মুখৰ ওপৰত, অজস্ৰ ধাৰে যেন সেই শেৱালি ফুলবোৰ সিঁচি দি থৈ গুচি গ'ল।

শেষ